# বৈবাহিক
# জ্যোতিষ-দর্পণ।

জ্যো



শ্রীভীমকান্ত শর্ম্মা বৰকটকী
জ্যোতির্ভূষণ।

# বৈবাহিক
# জ্যোতিষ-দৰ্পণ।

"সফলং জ্যোতিষংশাস্ত্রং চন্দ্ৰাৰ্কৌযত্র সাক্ষিণৌ"

শ্ৰীভীমকান্ত শৰ্ম্মা বৰকটকী
জ্যোতিৰ্ভূষণ,
দ্বাৰা
সঙ্কলিত আৰু অনূদিত।

(প্ৰথম সংস্কৰণ।)

জাঁজী—
যোৰহাট।

১৮৫৪ শকাব্দ।
জুলাই—১৯৩২



 মূল্য — ॥৵০ অনা মাত্ৰ।

কিতাপ পোৱাৰ ঠিকনা ঃ—

শ্ৰীভীমকান্ত শৰ্ম্মা বৰকটকী,

জ্যোতিৰ্ভূষণ,

জ্যোতিষ আৰু সামুদ্ৰিক কাৰ্য্যালয়,

তৰাজান, যোৰহাট।

## সূচনা।

জ্যোতিষ হিন্দু শাস্ত্ৰৰ এটি প্ৰধান অঙ্গ। পৌৰাণিক আসামত অন্যান্য হিন্দু শাস্ত্ৰৰ লগতে জ্যোতিষৰো বহুল চৰ্চ্চা আৰু প্ৰচলন হৈছিল; সেই গতিকেই ইয়াৰ নাম প্ৰাগ্‌জ্যোতিষপুৰ বুলি প্ৰখ্যাত। আহোম ৰজাসকলৰ দিনতো জ্যোতিষ শাস্ত্ৰই বিশেষ আদৰ পাইছিল। তেখেতসকলে জ্যোতিষীয়া (দৈবজ্ঞ) সকলক ৰাজকীয় পদ-মৰ্য্যদা আৰু বৃত্তি বিধানাদি দি এই শাস্ত্ৰৰ সৰ্ব্বতোভাবে উন্নতি কামনা কৰিছিল। কিন্তু বৰ দুখৰ বিষয় যে কালৰ গতিত সংস্কৃত ভাষাৰ প্ৰচলন কমি অহাৰ লগে লগে জ্যোতিষৰ চৰ্চ্চাও বৰ্ত্তমান কমি আহিছে। সংস্কৃত ভাষাত বিশেষ ব্যুৎপত্তি নেথাকিলে জ্যোতিষ শাস্ত্ৰৰ নিগূঢ় তত্ত্ব বুজা আৰু তাক কাৰ্য্যত প্ৰয়োগ কৰা সম্ভৱপৰ নহয়। সেই গতিকে জ্যোতিষৰ লুপ্ত-জ্ঞান উদ্ধাৰ কৰিবলৈ সংস্কৃত ভাষাক আকৌ আমাৰ মাজত পুনৰ্জ্জীবিত কৰি তোলা নিতান্ত প্ৰয়োজনীয়।

জ্যোতিষ এটি মানুহৰ অপায়-অমঙ্গল খণ্ডন কৰিব পৰা বিদ্যা। পাশ্চাত্য পণ্ডিতসকলৰ মাজতো আজিকালি ইয়াৰ যথেষ্ট আলোচনা হৈছে। মহাসাগৰৰ অতলস্পৰ্শী বাৰি-ধাৰাৰ ওপৰতো যদি চন্দ্ৰদেৱতাৰ বিশেষ প্ৰাদুৰ্ভাব থাকিব পাৰে, গ্ৰহ-নক্ষত্ৰাদিৰ তেনে প্ৰাদুৰ্ভাব যে ক্ষুদ্ৰ মানৱৰ ওপৰত

নেথাকিব তাক কল্পনাও কৰিব নোৱাৰি। জ্যোতিষ শাস্ত্র বৈজ্ঞানিক, ইয়াত অমূলক বা কাল্পনিক কোনো কথা নাই। অৱশ্যে আজিকালি ইয়াৰ যথেষ্ট অসদ্ব্যৱহাৰ দেখা গৈছে; ধনৰ লোভত অনেকে জ্যোতিষৰ দুটা এটা কথা শিকিয়েই মানুহক ঠগাই মেলি নিজৰ পেট প্ৰবৰ্ত্তোৱা দেখা যায়। এনে বিধ মানুহৰ প্ৰতিপত্তি যাতে নোহোৱা হয় তাক সমাজে মন কৰিবলগীয়া কথা। বৰ্ত্তমান স্থলত ইয়াৰ একমাত্ৰ অতি সহজে কৰিবপৰা প্ৰতিকাৰ হৈছে অসমীয়া ভাষাত কিছুমান নিজৰ অভিজ্ঞতাসহ মূল শাস্ত্ৰৰ ছাঁ লৈ লিখি জ্যোতিষ সম্বন্ধীয় কিতাপ প্ৰকাশ কৰা, যাতে সকলো তৰপৰ মানুহেই সেইবোৰ অধ্যয়ন কৰি নিজৰ দৈনিক জীৱনত উপকাৰ পাব পাৰে।

স্নেহাস্পদ শ্ৰীমান ভীমকান্ত বৰকটকী জ্যোতিৰ্ভূষণ বাপাই আজি ভালেমান বছৰ আশা-শুধীয়াকৈ জ্যোতিষৰ চৰ্চ্চা কৰি আহিছে; তেওঁ এই বিষয়ে যথেষ্ট ব্যুৎপত্তি লাভ কৰিছে বুলি মই বঢ়াই নকলেও হব। তেওঁ জ্যোতিষৰ বিষয়ে নানা পুথি পঢ়ি আৰু আলোচনা কৰি বহুত বছৰৰ চেষ্টাৰ ফলত অসমীয়া সমাজত ঘৰুৱা ভাবে ব্যৱহাৰ কৰিব পৰাকৈ এখনি সুবৃহৎ জ্যোতিষ সংগ্ৰহ কৰিছে। সেই পুথিখনি অৰ্থাভাৱত অনেক বছৰ ছপা নোহোৱাকৈ পৰি আছে; সম্প্ৰতি তাৰে এক অংশ ছপাই "বৈবাহিক জ্যোতিষ-দৰ্পণ" নাম দি ৰাইজৰ ওচৰত নিবেদন কৰিছে।

এই পুথিখনি মই আদ্যোপান্ত পঢ়ি চাইছোঁ। আৰু মোৰ বিশ্বাস কিতাপখনি সৰ্ব্বাঙ্গ-সুন্দৰ হৈছে।

যেহেতু ইয়াত প্ৰায় যাবতীয় স্ত্ৰী-পুৰুষ সম্বন্ধীয় নক্ষত্ৰাশ্ৰিত যোতন বিচাৰ, বিবাহ-ঋতু-গমনাদি জানিবলগা কথা আৰু আৱশ্যক বুজি স্ত্ৰীৰ ওপৰত পুৰুষৰ কৰ্ত্তব্যাদি বিষয়ে বৈজ্ঞানিক তথ্যাদি অতি যত্নেৰে বুজাই লিখিছে। সেইদেখি জাতি-বৰ্ণ নিৰ্ব্বিশেষে আৰু সংস্কৃত জনা নজনা সকলোৱেই ইয়াক ব্যৱহাৰ কৰি উপকৃত হব পাৰিব।

এই কিতাপ খনিৰ আৰু বিশেষত্ব এই যে পুথিখনিত সকলো বিধৰ মূল শ্লোক বহু যত্নেৰে উদ্ধাৰ কৰি প্ৰত্যেকৰ ভাবফল অসমীয়া ভাষাত যুক্তিৰে বুজাই দিয়া হৈছে। আৱশ্যক অনুযায়ী মতভেদ ভিন্ন তত্বও লিপিবদ্ধ কৰি ৰাখিছে।

মোটৰ ওপৰত অসমীয়া ভাষাত এনে ধৰণৰ পুথি এয়ে প্ৰথম বুলিলে মিছা কোৱা নহব। মই সৰ্ব্বান্তঃকৰণে কামনা কৰিছো যাতে পুথিখনিয়ে অসমীয়া ৰাইজৰ পাৰিবাৰিক আৰু আধ্যাত্মিক জীৱনত বিশেষ উপকাৰ কৰিব পাৰে। আশা কৰোঁ অসমীয়া ৰাইজে শ্ৰীমান কটকী বোপাৰ যত্ন আৰু পৰিশ্ৰম মৰমৰ চকুৰে চাই অন্যান্য অংশ কেই খণ্ডও প্ৰকাশ কৰিবলৈ উদগনি দিব এই ভাৰসা।

শ্ৰীকৃষ্ণকান্ত ভট্টাচাৰ্য্য।
তৰাজান,—যোৰহাট।
৯।৪।৩২।

---

ওঁ শ্ৰীসুৰ্য্যায়নমঃ।

## গ্ৰন্থকৰ্ত্তাৰ নিবেদন,

এই কিতাপখনি মোৰ সুবৃহৎ জ্যোতিষ কিতাপখনৰ এক অধ্যায় মাত্ৰ। অৰ্থাভাৱত কিতাপখন লিখা অৱস্থাতেই আজি ছবছৰ পৰি আছে।

বৰ্ত্তমান পাৰিবাৰিক জীৱনত এনে ধৰণৰ কিতাপ বিশেষ আৱশ্যকীয় যেন বুজি সম্প্ৰতি জগন্মাতাৰ কৃপাত তাৰে এক খণ্ড "বৈবাহিক জ্যোতিষ-দৰ্পণ" নাম দি বেলেগে প্ৰকাশ কৰা হ'ল। স্ত্ৰী-পুৰুষৰ পাৰিবাৰিক সুখ-সন্তোষ আৰু দীৰ্ঘ জীৱন লাভৰ কাৰণে যোটন বিচাৰ, বিবাহৰ বৈজ্ঞানিক তত্ত্ব বা সত্যৰ নিৰ্ণয়, লগতে কন্যাৰ ঋতুজ্ঞান আৰু পুৰুষৰ গমনাগমন কাৰ্য্যাদিৰ সম্বন্ধে আৰ্য্য ঋষিসকলে যি যুক্তিপূৰ্ণ বিধান দি গৈছে তাক বহু যত্নেৰে সুধীসকলৰ আগত দাঙ্গি ধৰিবলৈ সুবিধা পালোঁ। শ্ৰদ্ধাস্পদ শ্ৰীযুত দিবাকৰ ফুকন ডাঙ্গৰীয়াই এই কিতাপখন অসমীয়া ৰাইজৰ কাৰণে বিশেষ প্ৰয়োজনীয় হেন ভাবি তেখেতে অনুগ্ৰহ কৰি বৰ্ত্তমানে ছপা কাৰ্য্যত সহায় কৰাতহে ৰাইজৰ আগত উলিয়াবলৈ সমৰ্থ হলোঁ। সেইদেখি মই তেখেতৰ এই মহৎ অনুগ্ৰহৰ বাবে চিৰ কৃতজ্ঞহৈ থাকিলোঁ। কিতাপখন ভবা দৰেই কাৰ্য্যকৰী হলে তেখেতে লিখকৰ বাহিৰে ৰাইজৰো আশিৰ্ব্বাদ নেপাই নাথাকে। পূজনীয় শ্ৰীযুত কৃষ্ণকান্ত ভট্টাচাৰ্য্য, শ্ৰীযুত খগেশ্বৰ শৰ্ম্মা বিদ্যাৰত্ন, স্বনামধন্য

শ্ৰীযুত ৰায় ৰজনীকান্ত দস্তিদাৰ বাহাদুৰ, শ্ৰীযুত মহেশ্বৰ শৰ্ম্মা জ্যোতিৰ্ব্বিদ্ আৰু শ্ৰীযুত নিশানাথ বৰঠাকুৰ মহোদয় সকলে এই কিতাপখন হাতে লিখা অৱস্থাত আদ্যোপান্ত আৱশ্যকীয় সংশোধন আৰু পৰিবৰ্দ্ধন কৰি দিয়া বাবে তেখেত সকললৈকো মোৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ। বিশেষকৈ শ্ৰদ্ধাস্পদ শ্ৰীযুত ভট্টাচাৰ্য্য দেৱে আহিকাকত সংশোধনাদি যাৱতীয় বিষয়ত তেখেতৰ বহুমূলীয়া সময় খটাই কিতাপৰ ছপাকাৰ্য্যত সহায় কৰাত মই তেখেতৰ ওচৰত ঋণী থাকিলোঁ।

এই ক্ষুদ্ৰ কিতাপখনিয়ে যদি ৰাইজৰ অলপমানো উপকাৰ কৰি মৰম লাভ কৰে, তেনেহলেই মোৰ শ্ৰম সফল হল বুলি মানিম; আৰু বাকী থকা কেই খণ্ডও ক্ৰমশঃ উলিয়াবলৈ উৎসাহিত হ'ম।

পৰিশেষত মিনতি এই, যদি কোনো উদাৰ-চেতা সুধী পাঠকে কিতাপত ৰৈ যোৱা ভূল ভ্ৰান্তি খিনি অনুগ্ৰহ কৰি দেখুৱাই দিয়ে অথবা লাগতিয়াল পৰিবৰ্ত্তন আৰু পৰিবৰ্দ্ধন আদি কথাও জানিবলৈ দিয়ে তেন্তে লিখকে তেখেতসকলৰ উপদেশ অতি সাদৰে গ্ৰহণ কৰিব। ইতি,

যোৰহাট।
১৭ আষাঢ়, ১৮৫৪ শক।
চন ১৯৩২

বিনয়াবনত,
শ্ৰীভীমকান্ত শৰ্ম্মা বৰকটকী।

# সূচী-পত্ৰ ।

## ১ম অধ্যায় ।



## ২য় অধ্যায় ।

বিষয়।　　　　　　　　　　　　　　　　　　　　　পৃষ্ঠা।

## ৩য় অধ্যায়।

## ৪ৰ্থ অধ্যায় ।

## ৬ষ্ঠ অধ্যায়।



## সমৰ্পণম্ ।

স্নেহানুবন্ধোঽপ্যয়মম্বপুত্ৰকঃ,
পূজোপচাৰে নহি পূৰ্ণকামনঃ,
মাতৰ্ন কিঞ্চিৎ কৃতবান্ বিনাৰ্পণং,
বৈবাহিকজ্যোতিষদৰ্পণাঞ্জলেঃ ।

ইতি,

ভক্ত্যেকতানহৃদয়ঃ
শ্ৰীভীমকান্ত শৰ্ম্মা বৰকটকী ।

—( বৈবাহিক )—

# জ্যোতিষ-দৰ্পণ



## প্ৰথমোঽধ্যায়ঃ ।

নবগ্ৰহান্ নমস্কৃত্য দেবীঞ্চৈব সৰস্বতীম্ ।
বিলোক্য বহুশো যত্নাৎ বৰাহাদের্মতং মুদা ॥
বৈবাহিক বিধানোক্তং জ্যোতিষ দৰ্পণং ময়া ।
অথবক্ষ্যে প্ৰমাণঞ্চ পৰোপকৃতয়েধুনা ॥

তমস্তোমাবৃতে বিশ্বেজগদেতচ্চৰাচৰং ।
ৰাশিগ্ৰহোড়ূসংঘাতংসৃজন্সূৰ্য্যোঽভবত্তদা ॥ ১

সৃষ্টিৰ আগত এই চৰাচৰ জগৎ অন্ধকাৰত লুকাই আছিল। সেই সময়ত পৰমপুৰুষ ভগবানে স্থাবৰ জঙ্গমাত্মক জগৎ, মেষ, বৃষ প্ৰভৃতি দ্বাদশ ৰাশি, নবগ্ৰহ আৰু নক্ষত্ৰবিলাক সৃষ্টি কৰি সূৰ্য্যনামে প্ৰকাশিত হৈছিল ॥ ১

## বাৰপ্ৰকৰণম্ ।

ৰবিঃসোমোমঙ্গলশ্চ বুধো জীব সিতঃশনিঃ ।
এতেষাং নামতো বাৰাঃ সপ্তৈব কথিতাঃ পুৰাঃ ॥ ২

১ ৰবি, ২ সোম, ৩ মঙ্গল, ৪ বুধ, ৫ বৃহস্পতি, ৬ শুক্ৰ ৭ শনি—এই সাতোটা বাৰ ॥ ২

## তিথি প্ৰকৰণম্ ।

প্ৰতিপদ্ দ্বিতীয়া চৈব তৃতীয়াচ চতুৰ্থ্যপি ।
পঞ্চমী ষষ্ঠী সপ্তমী অষ্টমী নৱমী তথা ।
দশম্যেকাদশী চৈব দ্বাদশীচ ত্ৰয়োদশী ।
চতুৰ্দ্দশী পূৰ্ণিমামাবাস্যাতিথি প্ৰকীৰ্ত্তিতাঃ ॥ ৩

১ প্ৰতিপদ, ২ দ্বিতীয়া, ৩ তৃতীয়া, ৪ চতুৰ্থী, ৫ পঞ্চমী, ৬ ষষ্ঠী, ৭ সপ্তমী, ৮ অষ্টমী, ৯ নৱমী, ১০ দশমী, ১১ একাদশী,

১২ দ্বাদশী, ১৩ ত্ৰয়োদশী, ১৫ চতুৰ্দ্দশী আৰু ১৫ পূৰ্ণিমা। কৃষ্ণপক্ষত পূৰ্ণিমাৰ ঠাইত অমাবস্যা হ'ব ॥৩

## তিথিনাং সংজ্ঞা কথনং।

নন্দা ভদ্ৰা জয়া ৰিক্তা পূৰ্ণাঃ প্ৰতিপদঃ ক্ৰমাৎ ॥৪

প্ৰতিপদাদি তিথিৰ ক্ৰমে নন্দা, ভদ্ৰা, জয়া, ৰিক্তা আৰু পূৰ্ণা—এই পাঁচোটা নামে জনা যায় ॥৪

## নক্ষত্ৰ প্ৰকৰণম্।

অশ্বিনী ভৰণী চৈব কৃত্তিকা ৰোহিণী তথা।
মৃগশিৰা স্তথা ৰাৰ্দ্ৰা পুনৰ্ব্বসুক পুষ্যকৌ।
অশ্লেষা চ মঘা পূৰ্ব্বফাল্গুণ্যুত্তৰফাল্গুণী।
হস্তা চিত্ৰা তথা স্বাতী বিশাখা চানুৰাধিকা।
জ্যেষ্ঠা মূলং তথা ষাঢ়ে পূৰ্ব্বোত্তৰ পদাদিকে।
শ্ৰবণা চ ধনিষ্ঠা চ শত ভিষাজ্ভাদ্ৰিকা।
উত্তৰাদি ভাদ্ৰপদা ৰেবতী ভানি চ ক্ৰমাৎ ॥ ৫

১ অশ্বিনী, ২ ভৰণী, ৩ কৃত্তিকা, ৪ ৰোহিণী,
৫ মৃগশিৰা, ৬ আৰ্দ্ৰা, ৭ পুনৰ্ব্বসু, ৮ পুষ্যা,
৯ অশ্লেষা, ১০ মঘা, ১১ পূৰ্ব্বফল্গুণী, ১২ উত্তৰফল্গুণী,
১৩ হস্তা, ১৪ চিত্ৰা, ১৫ স্বাতী, ১৬ বিশাখা,
১৭ অনুৰাধা, ১৮ জেষ্ঠা, ১৯ মূলা, ২০ পূৰ্ব্বাষাঢ়া,

২১ উত্তৰাষাঢ়া, ২২ শ্ৰবণা, ২৩ ধনিষ্ঠা, ২৪ শতভিষা, ২৫ পূৰ্ব্বভাদ্ৰপদ, ২৬ উত্তৰভাদ্ৰপদ, আৰু ২৭ ৰেৱতী ॥ ৫

## যোগ প্ৰকৰণম্ ।

বিষ্কুম্ভ, প্ৰীতিৰায়ুষ্মান্ সৌভাগ্যঃ শোভনস্তথা ।
অতিগণ্ডঃ সুকৰ্ম্মা চ ধৃতিঃ শূলস্তথৈব চ ।
গণ্ডো বৃদ্ধি ধ্ৰুবশ্চৈব ব্যাঘাতো হৰ্ষণস্তথা ।
বজ্ৰশ্চাসৃগ্ ব্যতীপাতো বৰীয়ান্ পৰিঘঃ শিবঃ ।
সিদ্ধঃ সাধ্যঃ শুভঃ শুক্ৰো ব্ৰহ্মেন্দ্ৰো বৈধৃতিস্তথা ॥ ৫

১ বিস্কুম্ভ, ২ প্ৰীতি, ৩ আয়ুষ্মান্ ৪ সৌভাগ্য ৫ সোভন, ৬ অতিগণ্ড, ৭ সুকৰ্ম্মা, ৮ ধৃতি, ৯ শূল, ১০ গণ্ড, ১১ বৃদ্ধি ১২ ধ্ৰুব, ১৩ ব্যাঘাত, ১৪ হৰ্ষণ, ১৫ ব্ৰজ্ৰ, ১৬ অসৃক্ ১৭ ব্যতীপাত, ১৮ বৰীয়ান্ ১৯ পৰিঘ, ২০ শিব, ২১ সিদ্ধ, ২২ সাধ্য, ২৩ শুভ, ২৪ শুক্ৰ, ২৫ ব্ৰহ্ম, ২৬ ইন্দ্ৰ, ২৭ বৈধৃতি ।

## কৰণ প্ৰকৰণম্ ।

বব-বালব-কৌলব-তৈতিল,-গৰ-বণিজাঃ সবিষ্টয়ঃ সপ্ত
শকুনি চতুষ্পান্নাগাঃ কিন্তুঘ্নঞ্চ ধ্ৰুবানি কৰণানি ॥ ৬

১ বৰ, ২ বালব ৩ কৌলব, ৪ তৈতিল, ৫ গৰ ৬ বণিজ ৭ বিষ্টি এই সাতোটি চৰ কৰণ, ।

১ শকুনি, ২ চতুষ্পাদ, ৩ নাগ, ৪ কিন্তুঘ্ন এই চারিটি ধ্রুবকরণ।

## রাশি কথনম্।

মেষ বৃষ-মিথুন-কর্কট-সিংহাঃ কন্যা তুলাথ-বৃশ্চিককম্।
ধনুরথ মকরঃ কুম্ভো মীন ইতি চ রাশয়ঃ কথিতাঃ॥ ৭

১ মেষ, ২ বৃষ, ৩ মিথুন, ৪ কর্কট, ৫ সিংহ, ৬ কন্যা, ৭ তুলা, ৮ বিছা, ৯ ধনু, ১০ মকর, ১১ কুম্ভ, ১২ মীন।

## রাশিনাং ক্রূর সৌম্যাদি কথনম্।

ক্রূরোঽথসৌম্যঃ পুরুষোঽঙ্গনাচ।
ওজোঽথ যুগ্মং বিষমঃ সমশ্চ॥ ৮

মেষ, মিথুন, সিংহ, তুলা, ধনু আরু কুম্ভ—এই ছটা রাশিক ক্রূর, পুরুষ, ওজ, আরু বিষম রাশি কয়।

বৃষ, কর্কট, কন্যা, বিছা, মকর আরু মীন—এই ছটা রাশিক সৌম্য, স্ত্রী যুগ্ম আরু সম রাশি কয়।

## অথ রাশিনক্ষত্র বিভাগঃ।

অশ্বিনী মঘমূলাদৌ মেষ সিংহহয়াদয়ঃ।
বিষমর্ক্ষাল্লিবর্ত্তন্তে পাদ বৃদ্ধ্যা যথোত্তরং॥ ৯

ইতি—জ্যোতিষ-তত্ত্বে।

অশ্বিনী, মঘা আৰু মূলা নক্ষত্ৰৰ পৰা বিষম (অযুগ্ম) নক্ষত্ৰৰ এক এক পাদ ক্ৰমে বৃদ্ধি কৰিলে মেষাদি, সিংহাদি আৰু ধনু ৰাশি হয়। প্ৰতি নক্ষত্ৰত চাৰিপাদ আৰু প্ৰত্যেক পাদত এক আখৰ হয়। এইদৰে ন'টা আখৰে এটা ৰাশি হয়। সহজে বুজিবৰ কাৰণে তলত লিখি বুজাই দিয়া হৈছে।

১। চু, চে, চো, ল (১ অশ্বিনী), লি, লু, লে, লো (২ ভৰণী), অ (৩ কৃত্তিকা)—মেষ।

২। ই, উ, এ (৩ কৃত্তিকা), ও, ব, বি, বু (৪ ৰোহিনী); বে, বো (৫ মৃগশিৰা)—বৃষ।

৩। ক, কি (৫ মৃগশিৰা), কু, ঘ, ঙ, ছ (৬ আৰ্দ্ৰা), কে, কো, হ (৭ পুনৰ্ব্বসু)—মিথুন।

৪। হি (পুনৰ্ব্বসু), হু, হে, হো, ড (৮ পুষ্যা) ডি, ডু, ডে, ডো (৯ অশ্লেষা)—কৰ্কট।

৫। ম, মি, মু, মে (১০ মঘা), মো, ট, টি, টু (পূৰ্ব্বফল্গুনী) টে (উত্তৰ ফল্গুনী)—সিংহ।

৬। টো, প, পি (১২ উত্তৰ ফল্গুনী), পু, ষ, ণ, ঠ (১৩ হস্তা), পে, পো (১৪ চিত্ৰা)—কন্যা।

৭। ৰ, ৰি, (১৪ চিত্ৰা), ৰু, ৰে, ৰো, ত (১৫ স্বাতী), তি, তু, তে (১৬ বিশাখা)—তুলা।

৮। তো (১৬ বিশাখা), ন, নি, নু, নে (১৭ অনুৰাধা), নো, য, যি যু (১৮ জেষ্ঠা),—বিছা।

৯। যে, যো, ভ, ভি (১৯ মূলা), ভু, ধ, ফ, ঢ (২০ পূৰ্ব্বষাঢ়া), ভে (উত্তৰষাঢ়া)—ধনু।
১০। ভো, জ, জি (২১ উত্তৰাষাঢ়া), জু, জে, জো, খ (অভিজিৎ) খি, খু, খে, খো (২২ শ্ৰৱণা), গ, গি (২৩ ধনিষ্ঠা)—মকৰ।
১১। গু, গে (২৩ ধনিষ্ঠা), গো শ, শি শু (২৪ শতভিষা), সে, সো, দ (২৫ পুৰ্ব্বভাদ্ৰ পদ)—কুম্ভ।
১২। দি (২৫ পুৰ্ব্বভাদ্ৰ পদ) দু, থ, ঝ, ঞ (২৬ উত্তৰ ভাদ্ৰ পদ), দে, দো, চ, চি (২৭ ৰেবতী)—মীন।

## অথ নবগ্ৰহ সংজ্ঞা কথনম্।

ৰবিঃ সোমোমঙ্গলশ্চ বুধজীবঃ সিতঃ শনিঃ।
ৰাহু কেতুশ্চ কথিতো মাৰ্কণ্ডেয়াদিভিঃ পুৰাঃ॥ ১০

ৰবি, চন্দ্ৰ, মঙ্গল, বুধ, বৃহস্পতি, শুক্ৰ, শনি, ৰাহু আৰু কেতু এই নটা গ্ৰহ।

কুজ শুক্ৰ বুধেন্দ্বৰ্ক সৌম্যশুক্ৰাবনীভূবাম্।
জীবাৰ্কিভানুজেজ্যানাং ক্ষেত্ৰানিস্যুৰজাদয়ঃ॥ ১১
মেষ আৰু বৃশ্চিক ৰাশিৰ অধিপতি মঙ্গল।
বৃষ আৰু তুলাৰ অধিপতি শুক্ৰ।
মিথুন আৰু কন্যাৰ বুধ, কৰ্কটৰ চন্দ্ৰ,
সিংহৰ ৰবি, ধনু আৰু মীনৰ বৃহস্পতি,

মকৰ আৰু কুম্ভৰ অধিপতি শনি ॥
ৰাহু আৰু কেতুৰ ক্ৰমে কন্যা আৰু মীন ॥

অথ গ্ৰহানাম্ কেন্দ্ৰাদি বিচাৰম্ ।

কেন্দ্ৰং চতুষ্টয়ং কণ্টকঞ্চ লগ্নাস্তদশচতুৰ্থানাং ।
পঞ্চমং নবমঞ্চৈব ত্ৰিকোনং পৰিকীৰ্ত্তিতম্ ॥ ১২

মেষাদি দ্বাদশ ৰাশিৰ যি ঘৰত জাতক জাতিকা জন্ম হয় সেই ঘৰেই জন্মলগ্ন। জাতিকাৰ জন্মলগ্নতকৈ ৰাশি বলবান হলে তাকো লগ্ন ধৰি লব লাগে ।

লগ্ন আৰু লগ্নৰ পৰা চতুৰ্থ, সপ্তম, আৰু দশমক কেন্দ্ৰ বুলি ধৰিব লাগে। নবম আৰু পঞ্চমক ত্ৰিকোণ বুলি ধৰি গণনা হয় ॥

ইয়াৰ বাহিৰেও দ্বিতীয় স্থান ধন, তৃতীয় ভাতৃ, চতুৰ্থ বন্ধু, পঞ্চম প্ৰসব আৰু পুত্ৰ, ষষ্ঠ শত্ৰু, সপ্তম পতি আৰু সৌভাগ্য, অষ্টম বৈধব্য, নবম ভাগ্য, দশম কৰ্ম্ম, একাদশ লাভ আৰু দ্বাদশ স্থান ব্যয় বুলি ধৰিব লাগে। জাতিকাৰ লগ্ন, পঞ্চম, সপ্তম আৰু অষ্টম স্থানহে বিশেষ বিচাৰ যোগ্য ।

# অথ গ্রহানাম্ নৈসর্গিকমিত্রাদি চক্রম্ ।

| গ্রহ | মিত্র | সম | শত্রু |
|---|---|---|---|
| রবি | চন্দ্র, মঙ্গল, বৃহস্পতি | বুধ | শুক্র, শনি |
| চন্দ্র | রবি, বুধ | মঙ্গল, বৃহস্পতি, শুক্র, শনি | ০ |
| মঙ্গল | রবি, চন্দ্র, বৃহস্পতি | শুক্র, শনি | বুধ |
| বুধ | রবি, শুক্র | মঙ্গল, বৃহস্পতি, শনি | চন্দ্র |
| বৃহস্পতি | রবি, চন্দ্র, মঙ্গল | শনি | বুধ, শুক্র |
| শুক্র | বুধ, শনি | মঙ্গল, বৃহস্পতি | রবি, চন্দ্র |
| শনি | বুধ, শুক্র | বৃহস্পতি | রবি, চন্দ্র, মঙ্গল |
| রাহু | শুক্র, শনি | বুধ, বৃহস্পতি | রবি, চন্দ্র, মঙ্গল |
| কেতু | রবি, চন্দ্র, মঙ্গল | বুধ, বৃহস্পতি | শুক্র শনি |

অথ গ্রহানাম্ দৃষ্টি চক্রম্ ।

| গ্রহ | ১ম স্থান | ২য় স্থান | ৩য় স্থান | ৪র্থ স্থান | ৫ম স্থান | ৬ষ্ঠ স্থান | ৭ম স্থান | ৮ম স্থান | ৯ম স্থান | ১০ম স্থান | ১১শ স্থান | ১২শ স্থান |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| রবি | ০ | ০ | একপাদ | ত্রিপাদ | অর্দ্ধ | ০ | পূর্ণ | ত্রিপাদ | অর্দ্ধ | এক | ০ | ০ |
| চন্দ্র | ০ | ০ | ঐ | ঐ | ঐ | ০ | ঐ | ঐ | ঐ | ঐ | ০ | ০ |
| মঙ্গল | ০ | ০ | ঐ | পূর্ণ | ঐ | ০ | ঐ | পূর্ণ | ঐ | ঐ | ০ | ০ |
| বুধ | ০ | ০ | ঐ | ত্রিপাদ | ঐ | ০ | ঐ | ত্রিপাদ | ঐ | ঐ | ০ | ০ |
| বৃহস্পতি | ০ | ০ | ঐ | ঐ | পূর্ণ | ০ | ঐ | ঐ | পূর্ণ | ঐ | ০ | ০ |
| শুক্র | ০ | ০ | ঐ | ঐ | অর্দ্ধ | ০ | ঐ | ঐ | অর্দ্ধ | ঐ | ০ | ০ |
| শনি | ০ | ০ | পূর্ণ | ঐ | ঐ | ০ | ঐ | ঐ | ঐ | পূর্ণ | ০ | ০ |
| রাহু | ০ | ত্রিপাদ | অর্দ্ধ | অর্দ্ধ | পূর্ণ | অর্দ্ধ | ঐ | অর্দ্ধ | পূর্ণ | ত্রিপাদ | ০ | পূর্ণ |
| কেতু | ০ | ০ | ০ | ০ | ০ | ০ | ০ | ০ | ০ | ০ | ০ | ০ |

## দ্বিতীয়োঽধ্যায়ঃ।

### অথ যোটক বিচাৰঃ।

ধৰ্ম্মাৰ্থ-কাম- মোক্ষ্যাণাং দাৰাঃসম্প্ৰাপ্তি হেতবঃ।
পৰীক্ষ্যন্তে প্ৰযত্নেন পূৰ্ব্বমেব কৰ গ্ৰহাৎ ॥১

স্মৃতৌ।

হিন্দুৰ ষোল সংস্কাৰৰ ভিতৰত বৰ কন্যাৰ বিবাহ এটা প্ৰধান সংস্কাৰ। সংসাৰত পত্নীয়েই এক মাত্ৰ ধৰ্ম্ম, অৰ্থ, কাম আৰু মোক্ষ এই চতুৰ্ব্বৰ্গ ফল লাভৰ মূল। সেইদেখি বিবাহৰ পূৰ্ব্বেই বৰ কন্যাৰ মঙ্গলাকাঙ্ক্ষী সকলে জ্যোতিষত যোটক বিচাৰৰ যি আঁঠ প্ৰকাৰ ভাব বিচাৰ আছে সেই বিচাৰত শুভাশুভ ফল আগধৰি থিক কৰি বিবাহ পতা শাস্ত্ৰোক্ত মত। অদৃষ্টত যি আছে সেয়ে হব এনে বিচাৰ ভাবত বিবাহ পতা একেবাৰেই অবিধেয়। কিয়নো যদি থিক এইদৰেই বিবাহ যুক্তি সঙ্গত হোৱা হলে ৰাশি নক্ষত্ৰাদিৰ যোটনৰ ওঠৰ প্ৰকাৰ দোষ বিচাৰ শাস্ত্ৰত নেথাকিলে হেতেন। মূহূৰ্ত্ত চিন্তামণি গ্ৰন্থত লিখা আছে যথা,—

"বৰ্ণো বশ্যং তথা তাৰা যোনিশ্চ গ্ৰহমৈত্ৰকম্।
গণ মৈত্ৰং ভকুটঞ্চ নাৰী চৈতে গুণাধিকাঃ ॥২

বিবাহৰ পূৰ্ব্বে বৰ আৰু কন্যাৰ পৰস্পৰ জন্ম, ৰাশি, জন্ম নক্ষত্ৰ, আৰু ৰাশ্যাধিপ গ্ৰহৰ পৰা যি শুভাশুভ বিচাৰত বৰ কন্যাই উভয়ে মিত্ৰতা শূত্ৰত স্থায়ী আবদ্ধ থাকিব পাৰে তাকেই যোটক অৰ্থাৎ যোটন বা মিলন বোলে। এই মিলন বহু প্ৰকাৰ থাকিলেও সাধাৰণ দেশত প্ৰচলিত আঁঠ প্ৰকাৰ বিষয়হে বিচাৰ বিধেয় যথা,—

১। বৰ্ণকূট, ২। বশ্যকূট. ৩। তাৰাকূট, ৪। যোনিকূট, ৫। গ্ৰহ মৈত্ৰীকূট, ৬। গণ মৈত্ৰীকূট, ৭। ভকূট বা ৰাশিকূট। আৰু ৮। ত্ৰিনাড়ীকূট।

বৰ কন্যা উভয়ৰ বৰ্ণ মিল অৰ্থাৎ এক বা মিত্ৰতা হলে এক গুণ ফল, ইয়াৰ লগত বশ্যতা মিল যোগত দুগুণ ফল আৰু তাৰা শুদ্ধি যোগত তিনি গুণ ফল এই ৰকমে আঁঠ প্ৰকাৰে শুভ হলে দম্পতীৰ পূৰ্ণ শুভ ফল হয়। তলত এই আঁঠ প্ৰকাৰ কূটফল বিচাৰৰ শাস্ত্ৰত যি নিয়ম আছে তাক অতি সহজকৈ সকলোৰে সুবিধাৰ কাৰণে অতি যত্ন কৰি লিখা হৈছে ॥২

বিশেষ জানিব লগীয়া,—

জীবৰ জন্ম লগ্নই দেহ বা শৰীৰ আৰু চন্দ্ৰই বা ৰাশিয়েই জীবদেহৰ মন। যেনেকৈ দুটা মনৰ মিত্ৰতা কৰ্ম্ম মাত্ৰতেই দৰকাৰ আৰু তাত দেহৰ আৱশ্যক নহয় সেই দেখি জন্ম

ৰাশি কূটাৰ যোটন বিচাৰ একান্ত প্ৰয়োজন আৰু চুটা জন্ম লগ্নৰ বিচাৰ সিমান যোগ্য নহয় যথা,—

জন্ম লগ্ন মিদমঙ্গিনাং মেনিৰে মন ইতীন্দুমন্দিৰম্।
সৌহৃদং মনসো ন দেহয়োশ্চেন্ন কস্তদৰ মিন্দুগেহয়োঃ ॥
ইতি জ্যোতিষে।

অথ বৰ্ণকূট বিচাৰঃ। (১)

ক্ষত্ৰ-বিট্‌-শূদ্ৰ-বিপ্ৰাঃস্যুঃক্ৰমান্মেষাদিৰাশয়ঃ।
তত্ৰ বৰ্ণাধিকা কন্যা নৈবোদ্বাহ্যা কদাচন ॥১ ইতি জ্যোতিঃ। ৩

অথ বৰ্ণ চক্ৰম্। (জ্যোতিষ তত্ত্ব আৰু সময় প্ৰদীপৰ মতে)।

| বিপ্ৰজাতি | ক্ষত্ৰিয়জাতি | বৈশ্যজাতি | শূদ্ৰজাতি |
|---|---|---|---|
| কৰ্কট | সিংহ | মিথুন | বৃষ |
| বিছা | তুলা | মেষ | কন্যা |
| মীন | ধনু | কুম্ভ | মকৰ। |

কিন্তু পৰাশৰ-সংহিতাৰ মতে,—

মীন, বৃশ্চিক আৰু কৰ্কট—বিপ্ৰজাতি।
মেষ, সিংহ, আৰু ধনু—ক্ষত্ৰিয়জাতি।
মিথুন, তুলা, আৰু কুম্ভ—শূদ্ৰজাতি।
"কলৌ পৰাশৰ স্মৃত" বুলিধৰিলে এই মতহে গ্ৰাহ্য।

বৰ্ণৰ ভিতৰত শূদ্ৰ বৰ্ণত কৈ বৈশ্য বৰ্ণ ডাঙৰ; বৈশ্য বৰ্ণত কৈ ক্ষত্ৰিয় বৰ্ণ আৰু ক্ষত্ৰিয় বৰ্ণত কৈ বিপ্ৰ বৰ্ণ ডাঙৰ। বিবাহত বৰৰ বৰ্ণতকৈ কন্যাৰ বৰ্ণ ডাঙৰ হোৱা উচিত নহয়। বৰ্ণ শ্ৰেষ্ঠা কন্যাৰ লগত বিবাহ হলে বৰৰ মৃত্যু নাইবা ধনহীন হয়; আনকি সৎবংশত জাত কন্যা হলেও পতি পৰায়না নহয়।

যথা,—বৰ্ণ জ্যেষ্ঠাচ যানাৰী বৰ্ণ হীনশ্চ যঃ পুমান্
বিবাহং যদি কুৰ্ব্বীত তস্য ভৰ্ত্তা বিনশ্যতি ॥ ৫

অপিচ,—যা স্যাদ্বৰ্ণাধিকা কন্যা ভৰ্ত্তাতস্যানজীবতি।
যদি জীবতি ভৰ্ত্তাতু জ্যেষ্ঠপুত্ৰো বিনশ্যতি ॥ ৬

ইতি পাৰিবাৰিকে।

সেই দেখি বৰ্ণ শ্ৰেষ্ঠা কন্যাক বিবাহ কৰা শাস্ত্ৰমতে বিধেয় নহয়। যদি স্বামীৰ দীৰ্ঘজীৱণ থাকে আৰু বৰ্ণ শ্ৰেষ্ঠা কন্যা-বিবাহ কৰে সেই মিলনৰ কুফল স্বৰূপে বৰ পুত্ৰ জীবিত নেথাকে।

বৰকন্যাৰ উভয়ৰ একে বৰ্ণ হলে বিবাহ অতি মঙ্গল জনক হয়। অবশ্য জনা উচিত যে কেবল ৰাজযোটনত বৰ্ণ দোষ বেচি দোষাবহ নহয়॥

## অথ বশ্যকূট বিচাৰঃ। ২

ৰাশিৰ বশ্যাবশ্য বিচাৰ ভাব জনাৰ আগতে ৰাশি বিলাক যি যি শ্ৰেণীত ভাগ কৰি লব পাৰি তাৰ বিষয়ে জনা উচিত।

১। দ্বিপদ-ৰাশি (নৰ-ৰাশি) ঃ—মিথুন, কন্যা, তুলা, কুম্ভ আৰু ধনুৰ পূৰ্ব্বাৰ্দ্ধ।

২। চতুষ্পদ-ৰাশি—; মেষ, বৃষ, সিংহ, মকৰৰ পূৰ্ব্বাৰ্দ্ধ আৰু ধনুৰ শেষাৰ্দ্ধ।

৩। কীট-ৰাশি বা জলজ-ৰাশি—; কৰ্কট, বিছা, মীন, আৰু মকৰৰ শেষাৰ্দ্ধ।

৪। সৰীসৃপ-ৰাশি—; বিছা ৰাশিক সৰীসৃপো বোলে। আৰু (মত ভেদে) কুম্ভ ৰাশিকো জলজ ৰাশি সংজ্ঞা দিয়ে।

দ্বিপদ বশগাঃ সৰ্ব্বে সিংহং বিহায় চতুষ্পদাঃ।
সলিল নিলয়া ভক্ষ্যাঃ বশ্যাঃ সৰীসৃপজাতয়ঃ।
মৃগপতি বশে তিষ্ঠন্ত্যেতে বিহায় সৰিসৃপান্।
অকথিত গৃহেষূহ্যং বশ্যংজন-ব্যবহাৰতঃ॥
এবং বশ্য সমাযোগে দম্পত্যোঃ প্ৰীতিৰুত্তমা।
বশ্যাভাবেঽপি দম্পত্যো বিবাহঃ কলহপ্ৰদঃ॥ ৭

ইতি জ্যোতিষে।

(ক) সিংহ ৰাশিৰ বাহিৰে আন চতুষ্পদ ৰাশিবিলাক দ্বিপদ ৰাশিৰ বশ্য।

(খ) জলজ ৰাশিবিলাক দ্বিপদ ৰাশিৰ ভক্ষ্য।

(গ) সৰীসৃপ ৰাশি আৰু কীটৰাশি দ্বিপদ ৰাশিৰ বশ্য।

(ঘ) দ্বিপদ আৰু চতুষ্পদ ৰাশিবিলাক সিংহৰাশিৰ বশ্য।

জানিব লগা,—মত ভেদে দেখা যায় যে জলজ ৰাশিবিলাকক জলজ কীট সংজ্ঞা দি সিংহৰাশি বলবান দেখি বশ্য থিক কৰিছে। সেইমতে বিছা ৰাশিৰ বাহিৰে সকলো ৰাশিয়েই সিংহৰ বশ্য। (কিন্তু এই নিয়ম প্ৰচলিত নিয়ম নহয়॥)

অথ বশ্য চক্ৰম।

| | |
|---|---|
| বৰৰ ৰাশি,—মিথুন, কন্যা, তুলা ধনুৰ পূৰ্ব্বাৰ্দ্ধ, আৰু কুম্ভ। | |
| বশ্যা কন্যা ৰাশি,—মেষ, বৃষ, কৰ্কট, বিছা, ধনুৰ শেষাৰ্দ্ধ, মকৰ আৰু মীন। | |
| বৰৰ সিংহ ৰাশি | |
| বশ্যা কন্যাৰাশি,—মেষ, বৃষ, মিথুন, কন্যা, তুলা, ধনু, কুম্ভ আৰু মকৰৰ পূৰ্ব্বাৰ্দ্ধ। | |

এই নিয়মৰ বিপৰিতে কন্যা বৰৰ বশীভূতা নহয়। ইয়াৰ বাহিৰে লোকাচাৰ অনুযায় ৰাশিৰ বশ্যাবশ্য বিচাৰ কৰা হয় যেনে—বৃষৰ বশীভূত মেষ ৰাশি আৰু মকৰৰ বশীভূত কৰ্কট ৰাশি ইত্যাদি।

**উপদেশ**—সিংহ ৰাশিৰ কন্যা বৰৰ পূৰ্ণ বশীভূতা নহয়। প্ৰায়েই বৰ কন্যাৰ বশীভূত হয়। বিবাহত কন্যা বৰৰ বশ্য হোৱা একান্ত দৰকাৰ। কন্যা বৰৰ বশ্যা হলেহে উভয়ৰ ভিতৰত মিলাপ্ৰীতি থাকে আৰু শুভ হয়। ইয়াৰ বিপৰীতে স্ত্ৰী পতি পৰায়ণা নহৈ পৰস্পৰৰ ভিতৰত হাই-কাজিয়া হৈ সংসাৰ অশান্তি জনক হয়॥ ১

অথ তাৰা (নক্ষত্ৰ) কূটবিচাৰঃ। (৩)

তাৰাস্তু জন্ম সম্পদ্ বিপৎ ক্ষেম পাপ শুভ কষ্টাঃ।
মিত্ৰাতিমিত্ৰ সংজ্ঞাশ্চৈতাঃ সংজ্ঞানুৰূপা ফলাঃ॥ ৮

জন্ম, সম্পদ, বিপদ্, ক্ষেম, প্ৰত্যৰি (পাপ), সাধক (শুভ), বধ (কষ্ট), মিত্ৰ আৰু পৰম মিত্ৰ (অতিমিত্ৰ) এই ন'টা তাৰা। জাতকৰ বা জাতিকাৰ জন্ম নক্ষত্ৰ জন্ম তাৰা বুলি ধৰিব লাগে। এই জন্ম নক্ষত্ৰৰ বিচাৰ যথা,—

বৰৰ্ক্ষাদপি কন্যৰ্ক্ষং কন্যৰ্ক্ষাদ্ বৰ ভাৱধি।
পৃথগঙ্কৈৰ্হৃতে শেষং ত্ৰিপঞ্চ-সপ্তভন্ত্বসৎ॥ ৯

ওপৰত লিখা ন'টা তাৰাৰ ভিতৰত বিপদ্, প্ৰত্যৰি, আৰু বধ এই তিনটা তাৰা অশুভ অৰ্থাৎ জন্ম নক্ষত্ৰৰ পৰা ৩য়, ৫ম, আৰু ৭ম নক্ষত্ৰ অশুভ বাকী বিলাক অৰ্থাৎ জন্ম নক্ষত্ৰৰ পৰা ২য়, ৪ৰ্থ, ৬ষ্ঠ, ৮ম আৰু ৯ম তাৰা শুভ। বিবাহ, শ্ৰাদ্ধ, ঔষধখোৱা, যাত্ৰা, আৰু ক্ষুৰৰ কাম জন্ম

তাৰাত শুভ জনক নহয়। ইয়াৰ বাহিৰে যাবতীয় শুভকাম জন্ম তাৰাত শুভ যথা,—

ক্ষৌৰে ৰোগসমাগমো বহুবিধঃ শ্ৰাদ্ধেহৰ্থ নাশস্তথা।
বাদে বুদ্ধি বিনাশনং ত্বৰিভয়ং প্ৰাপ্নোত্যসৌজন্মভে
সৰ্ব্বমঙ্গল কাৰ্য্যানি ত্ৰিষু জন্মসু কাৰয়েৎ।
বিবাদ শ্ৰাদ্ধ ভৈষজ্য যাত্ৰা ক্ষৌৰাণি বৰ্জ্জয়েৎ ॥ ১০

ইতি জ্যোতিষ তত্ত্বে ॥

বৰৰ জন্ম নক্ষত্ৰৰ পৰা কন্যাৰ জন্ম নক্ষত্ৰলৈ হিচাব কৰিলে যদি ১ম, ২য়, ৪র্থ, ৬ষ্ঠ, ৮ম অথবা ৯ম হলে বিবাহত বৰৰ তাৰা শুদ্ধ হয় আৰু ৩য়, ৫ম, বা ৭ম হলে বৰৰ তাৰা শুদ্ধ নহয়।

সাতাইশটা নক্ষত্ৰ হিচাব কৰোতে ন'তকৈ লেথ বেচি হলে ন'বাদ দি পুনৰ গণনা কৰিব লাগে। এইদৰে কন্যাৰ নক্ষত্ৰৰ পৰা বৰৰ জন্ম নক্ষত্ৰলৈ হিচাব কৰিলে যদি ১ম, ২য়, ৪র্থ, ৬ষ্ঠ, ৮ম বা ৯ম হয় তেতিয়া বিবাহত কন্যাৰ তাৰা শুদ্ধ হয় আৰু ৩য়, ৫ম, অথবা ৭ম হলে কন্যাৰ তাৰা অশুদ্ধ হয়॥ তদুপৰি সহজে বুজিবৰ কাৰণে তলত চক্ৰ পাতি নক্ষত্ৰৰ মিলামিল চক্ৰ দিয়া হৈছে,—

## অথ মিত্র তাৰা চক্ৰং।

| যি যি নক্ষত্ৰৰ লগত। | | | যি যি নক্ষত্ৰৰ মিল। | | | | | |
|---|---|---|---|---|---|---|---|---|
| ১. | ১০. | ১৯ | ২, | ৯, | ১১, | ১৮. | ২০, | ২৭ |
| ২, | ১১. | ২০ | ৩, | ১০. | ১২. | ১৯. | ২১, | ১ |
| ৩. | ১২. | ২১ | ৪, | ১১. | ১৩, | ২০, | ২২, | ২ |
| ৪. | ১৩, | ২২ | ৫. | ১২, | ৪, | ২১, | ২৩. | ৩ |
| ৫, | ১৪. | ২৩ | ৬. | ১৩, | ১৫. | ২২. | ২৪, | ৪ |
| ৬, | ১৫. | ২৪ | ৭. | ১৪, | ১৬. | ২৩. | ২৫. | ৫ |
| ৭, | ১৬, | ২৫ | ৮, | ১৫. | ১৭. | ২৪, | ২৬, | ৬ |
| ৮, | ১৭. | ২৬ | ৯. | ১৬. | ১৮, | ২৫, | ২৭. | ৭ |
| ৯. | ১৮, | ২৭ | ১০, | ১৭. | ১৯. | ২৬, | ১. | ৮ |

**জানিব লগা,**—বৰৰ নক্ষত্ৰৰ পৰা য'ত কন্যাৰ শুভ হয় তাত কন্যাৰ নক্ষত্ৰৰ পৰা বৰৰ তাৰা অশুভ হয়। আৰু য'ত কন্যাৰ নক্ষত্ৰৰ পৰা বৰৰ তাৰা অশুভ হয় তাত বৰৰ নক্ষত্ৰৰ পৰা কন্যাৰ তাৰা প্ৰায়েই শুভ হয়। উভয়ৰ তাৰা শুদ্ধি অতি কম হয়। বিবাহত বৰৰ নক্ষত্ৰৰ পৰা কন্যাৰ জন্ম নক্ষত্ৰলৈ জন্ম, বিপৎ, প্ৰত্যাৰি বা বধ হলে অকালত স্ত্ৰী মৃত্যু হয় আৰু কন্যাৰ জন্ম নক্ষত্ৰৰ পৰা জন্ম, বিপৎ প্ৰত্যাৰি বা বধ তাৰা হলে অকালতে স্বামী মৃত্যু হয়। সেই দেখি বিবাহত বৰৰ তাৰা শুদ্ধি হোৱা একান্ত প্ৰয়োজন,—

জন্ম মাসেচ পুত্ৰাঢ্যা ধন্যাঢ্যাচ ধনোদয়ে।
জন্মভে জন্মবাশৌচ কন্যাহি ধ্ৰুব সন্ততিঃ॥ জ্যোতিস্তত্ত্বম ॥১১

অথ জন্মভাৰা বিশেষ বিধি,—বৰ-কন্যাৰ পৰস্পৰ এক ৰাশি আৰু নক্ষত্ৰ হলে জ্যোতিস্তত্ত্ব-ৰাজ মাৰ্ত্তণ্ড মতে জন্ম তাৰাতবিবাহ হলে বিশেষ শুভহে হয়।

অথ যোনিকূট বিচাৰঃ। (৪)

বৰ কন্যাৰ যোনি বিচাৰ অতীব আৱশ্যকীয়। যেহেতু অঙ্গৰ মিলামিল সম্বন্ধত প্ৰীতি আৰু অসান্তি বা ৰোগ নিৰ্ভৰ কৰে॥

অশ্বে ভাজ ফণিদ্বয়ঞ্চ বৃষভুঙ্ মেষেন্দূৰৌমুষিক-
শ্চাখুৰ্গোঃ ক্ৰমশস্ততোহপি মহিষী-ব্যাঘ্ৰঃ পুনঃ সৌৰভী।
ব্যাঘ্ৰেণৌ মৃগ কুক্কুৰৌ কপিৰখোৰভ্ৰদ্বয়ং বানৰঃ।
সিংহোঽশ্বো মৃগৰাট্ পশুশ্চ কৰটী যোনিশ্চভানামিয়ং॥ ১২

ইতি ৰত্নমালায়াং।

জাতক জাতিকাৰ জন্ম নক্ষত্ৰৰ পৰা যি যোনি নিৰূপণ হয় তাক তলত চক্ৰ পাতি বুজাই দিয়া হৈছে যথা,—

অথ যোনি চক্ৰম ।

| নক্ষত্ৰ | যোনি | নক্ষত্ৰ | যোনি |
|---|---|---|---|
| অশ্বিনী | ঘোটক | স্বাতী | মহিষ |
| ভৰণী | হস্তী | বিশাখা | ব্যাঘ্ৰ |
| কৃত্তিকা | মেষ | অনুৰাধা | হৰিণ |
| ৰোহিণী | সৰ্প | জ্যেষ্ঠা | ঐ |
| মৃগশিৰা | ঐ | মূলা | কুকুৰ |
| আৰ্দ্ৰা | কুকুৰ | পূৰ্ব্বষাঢ়া | বানৰ |
| পুনৰ্ব্বসু | বিড়াল | উত্তৰাষাঢ়া | নকুল |
| পুষ্যা | মেষ | শ্ৰবণা | বানৰ |
| অশ্লেষা | বিড়াল | ধনিষ্ঠা | সিংহ |
| মঘা | ইন্দুৰ | শতভিষা | ঘোটক |
| পূৰ্ব্বফাল্গুণী | ঐ | পূৰ্ব্বভাদ্ৰপদ | সিংহ |
| উত্তৰফাল্গুণী | গো | উত্তৰভাদ্ৰপদ | গো |
| হস্তা | মহিষ | ৰেৱতী | হস্তী |
| চিত্ৰা | ব্যাঘ্ৰ | অভিজিৎ | নকুল |

অথ বৈৰ যোনি বিচাৰম্,—গো আৰু ব্যাঘ্ৰ, হস্তী আৰু সিংহ, ঘোটক আৰু মহিষ, কুকুৰ আৰু হৰিণ, নকুল আৰু সৰ্প, বানৰ আৰু মেষ, ইন্দুৰ আৰু বিড়াল, পৰস্পাৰ অন্তত শত্ৰুতা বুলি জানিব লাগে । যথা—ৰত্নমালায়াং ।

গো-ব্যাঘ্ৰংগজ-সিংহমশ্ব-মহিষং শ্বৈনঞ্চ ব্যভ্ৰুৰগম্
বৈৰং বানৰ-মেষকঞ্চ সুমহত্তদ্বদ্বিড়ালেন্দুৰম্ ॥
লোকানাং ব্যবহাৰতো হন্যদপি চ জ্ঞাত্বা প্ৰযত্নাদিদম্ ।
দম্পত্যোৰ্ন্নৃপ ভৃত্যয়োৰপি সদা বৰ্জ্জ্যং শুভসাৰ্থিভিঃ ॥ ১৩

**জানিব লগা**,—বৰ কন্যাৰ উভয়ৰ একে যোনিত বিবাহ হলে অতি শুভজনক হয়, মিত্ৰ যোনিত বিবাহ হলে মধ্যফলদায়ক আৰু বৈৰ যোনিত বিবাহ হলে কেতিয়াও শুভ জনক নহয় । আন কি গৃহস্থ আৰু ভৃত্যৰ পৰস্পৰ মিত্ৰতা থাকিবৰ কাৰণে শত্ৰু যোনি ভৃত্য ৰখা উচিত নহয় । আমাৰ দেশত বিবাহৰ পূৰ্ব্বে যোতক বিচাৰত নক্ষত্ৰৰ যোনি বিচাৰ প্ৰায়েই নকৰে—কেবল গণবৰ্ণৰ মিলতাত অথবা ৰাজ যোটনাদি হলে যোৰা সৰ্ব্বাঙ্গীন ভালহৈছে বুলি ধাৰণা কৰে কিন্তু সেই বিশ্বাস থিক নহয় । বৰকন্যাৰ যোনি বিচাৰ কিমান আৱশ্যক অল্প ভাবি চালেই সহজে বুজিব পৰা যায় । কিয়নো স্বাস্থ্যৰ অশেষ হানী হয় । ওপৰত কোৱা অঙ্গৰ অমিলনতেই স্বাস্থ্যৰ অশেষ হানীজনক বুলি সকলোৱেই জানে । অৱশ্য কন্যাৰ ৰাশি বৰৰ ৰাশিৰ বশ্য হলে সিমান দোষাবহ নহয় । কাৰণ বশ্য থাকিলে সহগুণ ওপজে সেই দেখি কন্যা পতিপৰায়না হয় ॥ ৩ যথা,—

এক-যোনিষু-সম্প্ৰিয়দম্পত্যোঃ সঙ্গমে সদা।
ভিন্ন-যোনিষু মধ্যাস্যাদবিভাবেন চেতেতয়োঃ ॥ ১৪

ইতি অত্ৰি।

অপিচগৰ্গ ঃ—যোনেৰভাবে নোদ্বাহঃ কাৰ্য্যঃ সত্ত্ব বিয়োগদঃ।
ৰাশি বশ্যঞ্চ যত্ৰাস্তি কাৰয়েন্নতুদোষভাগিতি ॥ ১৫

অথ গ্ৰহমৈত্ৰকূট—বিচাৰঃ। (৫

দম্পত্যোৰ্মহতী প্ৰীতিগ্ৰহ-মৈত্ৰ্যাং সদেবহি।
বৈৰে বৈৰস্য সংপ্ৰীতি তয়োৰেকাধিপে শুভম্ ॥ ১৬

ইতি কশ্যপঃ।

বৰ কন্যাৰ উভয়ৰ পৰস্পৰ ৰাশিৰ মিত্ৰতা থাকিলে অথবা উভয়ৰ ৰাশ্যাধিপ একে গ্ৰহ হলে উভয়ৰ ভিতৰত অতি প্ৰীতি ভাব হয় আৰু সম হলে মধ্যম ফল দাতা হয় কিন্তু ৰাশ্যাধিপ পৰস্পৰে শত্ৰু হলে উভয়ৰ ভিতৰত হাই কাজিয়া হৈ থাকে ॥

**উপদেশ,**—যদি দুজনু ৰজাৰ ভিতৰত শত্ৰুতা থাকে তেতিয়া যেনেকৈ উভয় পক্ষৰ সেনাপতি ইটো সিটোৰ লগত আপোন ককাই ভাই সম্বন্ধ থাকিলেও একো লাভ নাই, সেইদৰে ৰাশি দুটাৰ লগত মিত্ৰতা নেথাকিলে ৰাশিৰ বল থাকিলেও একো শুভ ফল দায়ক নহয়। বৰ কন্যাৰ অতুল ঐশ্বৰ্য্য বিভূতি থাকিলেও সংসাৰ

যাতাত মিত্ৰতা সূত্ৰত আবদ্ধ নেথাকিলে প্ৰকৃত সুখ লাভ নহৈ চিৰ অশান্তি হে হয়। সেই দেখি উভয়ৰ ৰাশ্যাধিপতি মিত্ৰতা নেথাকিলে কেতিয়াও বৈবাহিকাদি সম্বন্ধত সম্বন্ধী হোৱা বিধেয় নহয়। অৱশ্য যদি উভয়ৰ ৰাশিৰ ৰাজ যোটক মেলক হয় তেতিয়া ৰাশ্যাধিপ শত্ৰুতা থাকিলেও যোগবলত বিবাহ অশুভ জনক নহয় যথা ;— ৪

একাদশে তৃতীয়েচ দশমেচ চতুৰ্থকে।
গ্ৰহ মৈত্ৰীং বিনা কুৰ্য্যাদুভয়োঃ সমসপ্তকে ॥ ১৭

ইতি বৃহন্নাৰদীয়ে।

## অথ গণকূট-বিচাৰঃ। (৬)

জাতকৰ জন্ম নক্ষত্ৰৰ পৰা গণ বিচাৰ হয়। এই গণ তিনটা। যেনে দেৱগণ, নৰগণ আৰু ৰাক্ষসগণ। তলত নক্ষত্ৰ বিশেষে যি গণ হয় চক্ৰ পাতি বুজাই দিয়া হৈছে।

অথ গণ চক্ৰম্।

| | |
|---|---|
| হস্তা, ৰেৱতী, মৃগশিৰা, অনুৰাধা, স্বাতী, অশ্বিনী, পুনৰ্ব্বসু, শ্ৰৱণা, পুষ্যা। | দেৱগণ। |
| উত্তৰাষাঢ়া, উত্তৰফাল্গুণী, ভৰণী, উত্তৰভাদ্ৰপদ, পূৰ্ব্বষাঢ়া, পূৰ্ব্বফাল্গুনী, ৰোহিনী, পূৰ্ব্বভাদ্ৰপদ, আৰ্দ্ৰা। | নৰগণ। |
| মূলা, ধনিষ্ঠা, চিত্ৰা, অশ্লেষা, জ্যেষ্ঠা, শতভিষা, বিশাখা, মঘা, কৃত্তিকা। | ৰাক্ষসগণ। |

গণ থিক কৰিবৰ কাৰণে খনাৰ এটা অতি সুন্দৰ নিয়ম আছে যথা,—

"দে মা ৰা ম দে মা দে দে
ৰা ৰা ম ম দে ৰা দে ৰা
দে ৰা ৰা ম ম দে ৰা ৰা
মা মা দে গ ণ নি র্ণ য়ঃ"

এই আখৰ বিলাকৰ অৰ্থ এই,—দে = দেৱগণ।
মা আৰু ম = মনুষ্যগণ ( নৰগণ )।
ৰা = ৰাক্ষসগণ।

এইদৰে সাতাইশটা নক্ষত্ৰৰ গণ বিচাৰ তিনি গণৰ প্ৰথম আখৰ সহায়ত ক্ৰমিক নক্ষত্ৰৰ গণ থিক কৰি লব লাগে। সূত্ৰৰ প্ৰথমতে দে আছে ইয়াৰ অৰ্থ এই যে প্ৰথম নক্ষত্ৰ অৰ্থাৎ অশ্বিনী নক্ষত্ৰত জন্ম হলে দেবগণ। ইয়াৰ পাচত মা আছে ইয়াৰ অৰ্থ এই যে ২য় নক্ষত্ৰ অৰ্থাৎ ভৰণী নক্ষত্ৰত মানুহ বা নৰগণ। এই নিয়মে সাতাইশ নক্ষত্ৰ তিনি গণৰ আদ্যাখৰ লৈ গণ হিচাব হয়। এতিয়া এই তিনি গণৰ পৰস্পৰে যি যি শুভাশুভ সম্বন্ধ হ'ব পাৰে, তাৰ বিষয়ে আলোচনা কৰা হৈছে যথা,—

স্বগণেচোত্তমা প্ৰীতিৰ্মধ্যমোঽমৰ মৰ্ত্ত্যয়োঃ।
মৰ্ত্ত্যৰাক্ষসয়োৰ্বৈৰং-অসুৰ-সুৰয়োৰপিঃ॥ ১৮
ইতি কশ্যপঃ।

যদি বৰ আৰু কন্যাৰ উভয়ৰ এক গণ হয় দম্পতীৰ দাম্পত্য সুখ বৃদ্ধি হয়, দেৱগণে আৰু নৰগণে মধ্যম সুখ, দেৱগণে আৰু ৰাক্ষস গণে হাই-কাজিয়াদি হৈ সামান্য সুখ আৰু নৰগণে ৰাক্ষসগণৰ লগত যোগ হলে উভয়ৰ ভিতৰত এজনৰ মৃত্যু হয় ।

যদি বৰৰ নৰগণ আৰু কন্যাৰ ৰাক্ষসগণ হয় তেতিয়া বৰৰ মৃত্যু নিশ্চয় অথবা বিশেষ দীৰ্ঘায়ু যোগ থাকিলে বৰ ধন হীন ভিক্ষাৰী হয় যথা,—

ৰাক্ষসী চ যদা কন্যামানুষশ্চ বৰোভবেৎ ।
তদামৃত্যুৰ্ন দূৰস্থো নিৰ্দ্ধনত্বমথাপিবা ॥ ১৯
ইতি জ্যোতিস্তত্ত্বে ।

**উপদেশ**—বৰ আৰু কন্যাৰ গ্ৰহ-মৈত্ৰ, ৰাশি বশ্য, যোনিশুদ্ধ আৰু ৰাজ যোটক হলে ৰাক্ষসগণা কন্যাৰ বিবাহত দোষ নহয় । ৫ যথা,— বশিষ্ঠ :—

"গ্ৰহমৈত্ৰী ৰাশিবশ্যং সদ্ভকূটংভবেদ্ যদি ।
সদ্গণাভাবজনিতো দোষঃ কোঽপি ন বিদ্যতে ॥ ২০

যদি বৰৰ ৰাক্ষসগণ আৰু কন্যাৰ নৰগণ হয় তেতিয়া ৰাজ যোটন, ৰাশ্যাধিপতি মিত্ৰতা, ৰাশি বশ্য আৰু যোনি শুদ্ধ থাকিলে বিবাহ শুভ হয় যথা,—গৰ্গঃ :—

ৰক্ষোগণো যদা পুংসঃ কুমাৰী নৃগণোভবেৎ ।
সদ্ভকূটং খগ প্ৰীতিৰ্যোনি শুদ্ধিঃ শুভন্তদা ॥ ২১

## অথভকূট বা ৰাশিকূট—বিচাৰঃ। (৭)

বৰ আৰু কন্যাৰ ৰাশিৰ পৰা যি শুভাশুভ বিচাৰ কৰা যায় তাকেই ভকূট বা ৰাশিকূট বোলে। এই ৰাশিৰ পৰা যি বিচাৰ হয় তাক তলত সহজ কৰি লিখা হৈছে। যথা,—

### (ক) ৰাজ যোটক।

একৰাশৌ চ দম্পত্যোঃ শুভং স্যাৎসম-সপ্তকে।
চতুৰ্থ-দশমে চৈব তৃতীয়ৈকাদশে তথা॥ ২২

বৰ আৰু কন্যাৰ যদি একে ৰাশি হয় অথবা পৰস্পৰে সম সপ্তক (বৃষে বিছাই) হয় বা পৰস্পৰে চতুৰ্থ দশম (যেনে মকৰে মেষে) হয় অথবা পৰস্পৰে তৃতীয় একাদশ (যেনে মিথুনে সিংহে) হয় তেতিয়া ৰাজ যোটন হয়।

সকলো প্ৰকাৰ ৰাশিৰ পৰা হোৱা যোটন মেলকত কৈ এই ৰাজ যোটন মেলক সৰ্ব্বশ্ৰেষ্ঠ যোটন। ইয়াৰ লগত যদি গ্ৰহ মৈত্ৰ, বৰ্ণ, গণ, যোনি আৰু তাৰাদি শুদ্ধ থাকে সেই বিবাহত দাম্পত্য সুখৰ সীমা নেথাকে অৰ্থাৎ ভাগ্যবৃদ্ধি, নিৰোগিতা আৰু সুখৈশ্বৰ্য্যাদি-ভোগৰ কাৰণ হয়॥ ১০

সহজে জানিবৰ কাৰণে তলত বেলেগ বেলেগ চক্ৰ পাতি যি ৰাশিৰ লগত যি ৰাশিৰ শুভ ৰাজ যোটন হ'ব পাৰে তাক বুজাই দিয়া হৈছে।

অথ বাঁজ যোটক একাধিপতি চক্রম্

বর কন্যার একে রাশি হলে একাধিপতি যোগ হয়।

| বর<br>কন্যা | মেষ | বৃষ | মিথুন | কর্ক্কট | সিংহ | কন্যা | তুলা | বিছা | ধনু | মকর | কুম্ভ | মীন |
|---|---|---|---|---|---|---|---|---|---|---|---|---|

দশম চতুর্থ চক্র ।

| বর | মেষ | বৃষ | মিথুন | কর্ক্কট | সিংহ | কন্যা | তুলা | বিছা | ধনু | মকর | কুম্ভ | মীন |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| কন্যা | কর্ক্কট<br>মকর | সিংহ<br>কুম্ভ | কন্যা<br>মীন | তুলা<br>মেষ | বিছা<br>বৃষ | ধনু<br>মিথুন | মকর<br>কর্ক্কট | কুম্ভ<br>সিংহ | মীন<br>কন্যা | মেষ<br>তুলা | বৃষ<br>বিছা | মিথুন<br>ধনু |

তৃতীয় একাদশ চক্র ।

| বর | মেষ | বৃষ | মিথুন | কর্ক্কট | সিংহ | কন্যা | তুলা | বিছা | ধনু | মকর | কুম্ভ | মীন |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| কন্যা | মিথুন<br>কুম্ভ | কর্ক্কট<br>মীন | সিংহ<br>মেষ | কন্যা<br>বৃষ | তুলা<br>মিথুন | বিছা<br>কর্ক্কট | ধনু<br>সিংহ | মকর<br>কন্যা | কুম্ভ<br>তুলা | মীন<br>বিছা | মেষ<br>ধনু | বৃষ<br>মকর |

## সম সপ্তক চক্ৰ।

| | | | | | | |
|---|---|---|---|---|---|---|
| মেষ | বৃষ | কৰ্কট | কন্যা | বিছা | মকৰ | মীন |
| কন্যা | বিছা | মকৰ | মীন | বৃষ | মিথুন | কন্যা |

সম ৰাশিৰ লগত সম ৰাশিৰ যোগকে সম সপ্তক বোলে।

**উপদেশ**—দশম চতুৰ্থৰাজ যোটনৰ ফল ধন পুত্ৰ কাৰক। সম-সপ্তকত সুখ আৰু বহু পুত্ৰ লাভ। তৃতীয় একাদশত কুলবৃদ্ধি। আৰু এক ৰাশিত সৰ্ব্বসুখ।৬

**বিষম-সপ্তক বিচাৰম্ যথা—**

যোটকে সপ্তকে মেষ-তুলে যুগ্ম-হয়ৌতথা।
সিংহ-ঘটৌ সদা বৰ্জ্জ্যামৃতিংতত্ৰাব্ৰবীচ্ছিবঃ॥ ২৩

বৰ আৰু কন্যাৰ ৰাশি যদি মেষ আৰু তুলা, মিথুন আৰু ধনু, অথবা সিংহ আৰু কুম্ভ হয় তেতিয়া বিষম-সপ্তক যোটন হয়। কাৰণ ৰাশি দুটা সম নহয় বিষম কাৰণে বিবাহ অমঙ্গল-জনক।

তথাচবৰাহবচনে :—

"ঘটলই কেশৰী কন্যা হ মীন, কৰ্কট মকৰে মৰণহ দীন।
চাপে মন্মথে জোড়নং যস্য, বদতি বৰাহ মৰণং তস্য॥
কীটে কুম্ভে হয় বিবাদী, মীনে মিথুনে নাহিকে সিদ্ধি,
বৃষে সিংহে আত্মা খায়, যুবতী চাপে ভিক্ মাগায়॥

কুম্ভত সিংহে, কন্যাই মীনে, ককর্টে মকৰে, আৰু ধনুৱে মিথুনে হোৱা যোটনৰ বিবাহত ৰবাহৰ মতে মৃত্যু হয়।

চতুৰ্থ-দশমৰাজ যোটনৰ ভিতৰত বিছা আৰু কুম্ভ, যোটনত হাই-কাজিয়া, মীন আৰু মিথুনত কাৰ্য্য হানী, বৃষ আৰু সিংহত মৃত্যু, কন্যা আৰু ধনুৰ চতুৰ্থ দশম যোটনত বিবাহ হলেও ভিক্ষাৰী হয় বুলি ৰবাহৰ মত।

( খ ) অথ ৰাশি-নক্ষত্ৰ-যোগেৰাজযোগস্যবিশেষফলম্।

একৰ্ক্ষা চ যদা কন্যা ৰাশ্যৈকা চ যদা ভবেৎ।
ধন পুত্ৰৱতীনাৰী ভৰ্ত্তা চ চিৰজীবকঃ॥ ২৪
নক্ষত্ৰ মেকং যদি ভিন্নৰাশিৰ্ন দম্পতীতত্ৰসুখংলভেতাম্।
বিভিন্নমৃক্ষংযদি চৈকৰাশিস্তদা বিবাহঃশুভসৌখ্যদায়ী॥ ২৫
ইতি বৃহৎ-জ্যোতিষে।

যদি বৰ আৰু কন্যাৰ একে ৰাশি আৰু নক্ষত্ৰ যোগ যোটনত বিবাহ হয় ( অৱশ্যে সেই কন্যা যদি প্ৰবল বৈধব্য, আৰু অনপত্যতাদি দোষত দোষযুক্তা নহয় ) তেতিয়া -কন্যা ধনৱতী আৰু পুত্ৰৱতী হয় আৰু সেই কন্যাৰ স্বামী দীৰ্ঘ-জীৱী হয়॥

যদি বৰ আৰু কন্যাৰ একে ৰাশি হৈ বেলেগ নক্ষত্ৰ হয় তেতিয়া এই যোগ বিবাহত দম্প-তীৰ সম্পত্তি বৃদ্ধি আৰু তাৰপৰা সুখ সন্তোষ হয়।

যদি বৰ আৰু কন্যাৰ এক নক্ষত্ৰ হৈ বেলেগ ৰাশিৰ যোগ হয় সেই বৰ-কন্যাৰ বিবাহত সুখ সন্তোষ নহৈ অনেক অশুভকাৰক হয়॥

অথ-ৰাজ-যোটক-প্ৰশংসা।

ন ৰাজযোগে গ্ৰহ বৈৰতা চ ন তাৰশুদ্ধিন গণ ত্ৰয়ং স্যাৎ।
ন নাড়া-দোষো ন চ বৰ্ণদুষ্টি গৰ্গাদয়স্তেমুনয়ো বদন্তি॥ ২৬
ইতি ৰাজমাৰ্ত্তণ্ডে।

গৰ্গাদি মুনি সকলে কয় যে বৰ আৰু কন্যাৰ ৰাজ যোটন মেলক হৈ উভয়ৰ যদি ৰাশ্যাধিপতিৰ শত্ৰুতা থাকে অথবা তাৰা কুট বিচাৰত বৰৰ তাৰা শুদ্ধি, বা গণ বিচাৰত এজনৰ ৰাক্ষস গণ আৰু আন জনৰ নৰ গণাদি দোষ যুক্ত হয় আৰু নাড়ী ভাবত নাড়ী বেধ হয় অথবা কন্যা বৰ্ণ শ্ৰেষ্ঠাদি দোষ যুক্তা হলেও ৰাজ যোগৰ শক্তিৰ বলত এই সকলো অশুভ দোষ নষ্ট হৈ বৰ-কন্যাৰ যোটন ফল শুভ জনক হয়॥ ১৫

**বিশেষ চাবলগীয়া:—** আমাৰ দেশত বৰ-কন্যাৰ যোৰা চাওঁতে ৰাশিকূট বিচাৰত যদি ৰাজ যোটন মেলক হয় তেতিয়া অইন সাতোটা ভাব বিচাৰ আৰু জন্ম কুণ্ডলিৰ গ্ৰহ ভাব বিচাৰ বিশেষ প্ৰয়োজন নাই বুলি ধৰি বিবাহ পাতে। এনে বিবাহত কন্যা বৈধব্য হোৱাৰ অনেক দৃষ্টান্ত আছে। ইয়াৰ প্ৰধান কাৰণ অলপ ভাবিলেই বুজিব পৰা হয়। গৰ্গাদিমুনি সকলে ৰাজ যোটন

প্ৰশংসাত বৰ-কন্যাৰ বশ্যকুট, আৰু যোনিকুটাদিৰ দোষ নষ্ট হয় বুলি কোৱা নাই। সেই দেখি বৰ-কন্যাৰ মঙ্গলাৰ্থী সকলে ৰাজযোটনত যোনিকুট, বশ্যকুট আৰু ভৌম দোষাদি বিশেষ ভাৱে বিচাৰ কৰা আৱশ্যক ॥ ৭

## (গ) অথ ষড়ষ্টক-যোটনম্ ।

বৰ আৰু কন্যাৰ পৰস্পৰৰ ৰাশি ষষ্ঠ আৰু অষ্টম হলে ষড়ষ্টক দোষ হয় । এই যোটনত বিবাহ হলে কন্যাৰ মৃত্যু হয় । যথা "ষট্ কাষ্টকে নিধনতাং সমুপৈতিনাৰী" । ২৭

এই ষড়ষ্টক দুই প্ৰকাৰ যেনে মিত্ৰ ষড়ষ্টক আৰু অৰি ষড়ষ্টক । ষড়ষ্টক যোৱা হৈ বৰৰ ৰাশিৰ অধিপতিৰ লগত কন্যাৰ ৰাশিৰ অধিপতি মিত্ৰতা থাকিলে অথবা ৰাশ্যাধিপতি একে গ্ৰহ হলে মিত্ৰ-ষডষ্টক যোটন হয় । যথা,—

মকৰ-সমেতং মিথুনং কন্যা-কলসৌ মৃগেন্দ্ৰ-মীনৌচ ।
বৃষভ-তুলে অলি-মেষৌ কৰ্কট ধনুষী চ মিত্ৰবিধৌ ॥২৮

### মিত্ৰ-ষড়ষ্টক চক্ৰম্ ।

| (বৰৰ ৰাশি) | মিথুন | কুম্ভ | সিংহ | তুলা | মেষ | ধনু |
|---|---|---|---|---|---|---|
| (কন্যাৰ ৰাশি) | মকৰ | কন্যা | মীন | বৃষ | বিছা | কৰ্কট |

**চাৰৰজিজ্ঞাসা** ঃ—এই চক্ৰত বৰ-কন্যাৰ ৰাশ্যাধিপতিৰ লগত মিত্ৰতা থকা বাবে মিত্ৰ-ষড়ষ্টক যোটন হৈছে । এই মিত্ৰ-ষড়কষ্টত

বিবাহ হলে বিশেষ অশুভজনক নহয় মাত্র উভয়ৰ ভিতৰত হাই-কাজিয়া হয় মাথোন।৮

মিত্র-ষড়ষ্টক হলেও যদি কন্যাৰ পৰা বৰৰ ৰাশি অষ্টম আৰু বৰৰ ৰাশিৰ পৰা কন্যাৰ ৰাশি ষষ্ঠ হয় এই যোগত অইন ভাবকূট মিল থাকিলেও বিবাহ হোৱা উচিত নহয়— আন কি এনে বিবাহ যোগ দেৱতাবো বৰ্জ্জনীয় যথা,—

যদি কন্যা ষ্টমে ভৰ্ত্তা ভৰ্ত্তুঃ ষষ্ঠে চ কন্যকা।
ষড়ষ্টকং বিজনীয়াদ্ বৰ্জ্জিতং ত্রিদশৈৰপি ॥ ২৯

ইতি জ্যোতিষে।

মিত্র ষড়ষ্টক বিবাহ যোটনত বৰ-কন্যাৰ মঙ্গলাকাঙ্ক্ষা সকলে যোটন বিচাৰত **তাৰা** শুদ্ধি একান্ত প্ৰয়োজন বুলি জনা উচিৎ। যদি বৰৰ তাৰা শুদ্ধি নেথাকে অৰ্থাৎ বৰৰ নক্ষত্রৰ পৰা কন্যাৰ নক্ষত্ৰলৈ গণনাত বিপদ, প্ৰত্যৰি বা বধ ইয়াৰ কোনো তাৰা হয় তেতিয়া বিবাহ পত্তা শাস্ত্ৰত বিশেষ বাধা দিছে কিন্তু **জন্ম তাৰা** হলে সেই বিবাহ অতিশয় মঙ্গল দায়ক হে হয় যথা,—

মিত্রাদি-যোগেঽপি ষড়ষ্টকাদৌ—
তাৰা বিপৎ-প্ৰত্যৰি-নৈধনাখ্যাঃ।
বৰ্জ্জ্যা-বিবাহে পুৰুষোড়ুতো হি—
প্ৰীতিঃ পৰা জন্মসু তাৰকাসু ॥ ৩০

## অথ অৰি-ষড়ষ্টক-যোটনম্ ।

মকৰঃ কৰিকুল-ৰিপুনা কন্যা মেষেণ সহৰাযস্তুলয়া ।
কৰ্কী-ঘটে বৃষ-ধনুষৌ বৃশ্চিক-মিথুনৌ চাৰি বিধৌ ॥ ৩১

এই অৰি-ষড়ষ্টকত বৰ-কন্যাৰ ৰাশ্যাধিপতিশত্ৰুতা থকা বাবে বিবাহ বিশেষ অশুভ জনক হয় ॥

অৰি-ষড়ষ্টক চক্ৰম্ ।

| বৰৰ ৰাশি | মকৰ | কন্যা | মীন | কৰ্কট | বৃষ | বিছা |
|---|---|---|---|---|---|---|
| কন্যাৰ ৰাশি | সিংহ | মেষ | তুলা | কুম্ভ | ধনু | মিথুন |

অৰি-ষড়ষ্টকাদি যোটনত প্ৰতিকাৰ কৰি বিবাহ কৰোৱা বিধান আছে। যথা—

ষড়ষ্টকে গোমিথুনং প্ৰদেয়ং
কাংশ্যং সৰূপ্যং নব-পঞ্চকেচ ।
দ্বিদ্বাদশাখ্যে কন কান্ন তাম্ৰং ॥ ৩২

## (ঘ) দ্বি-দ্বাদশ যোটনম্ ।

দ্বি-দ্বাদশে ধনগৃহে ধনহাচ কন্যা ।
ৰিপ্ফেস্থিতা ধনবতী পতিবল্লভাচ ॥ ৩৩

বৰ আৰু কন্যাৰ ৰাশি দ্বিতীয় আৰু দ্বাদশ হলে দ্বি-দ্বাদশ যোটন হয়। এই দ্বি-দ্বাদশ যোটনৰ ফল দৰিদ্ৰতা যথা,—"দ্বি দ্বাদশে চ নিয়তং ধনহীনতাঞ্চ"। এই দ্বি-দ্বাশ যোটন দুই প্ৰকাৰ যেনে "মিত্ৰ-দ্বি-দ্বাশ" আৰু "অৰি-দ্বি-দ্বাদশ"

যদি বৰ-কন্যাৰ পৰস্পৰ ৰাশিৰ মিত্ৰতা থাকি বৰৰ ৰাশিৰ পৰা কন্যাৰ ৰাশি দ্বাদশ হলে মিত্ৰ-দ্বি-দ্বাদশ যোটন হয়। এই **মিত্ৰ-দ্বি-দ্বাদশত** বিবাহ হলে কন্যা ধনৱতী আৰু পতিপ্ৰিয়া হয়। যদি বৰ-কন্যাৰ পৰস্পৰৰাশিৰ মিত্ৰতা নেথাকে আৰু বৰৰ ৰাশিৰ পৰা কন্যাৰ ৰাশি দ্বিতীয় হয় তেতিয়া **অৰি-দ্বি-দ্বাদশ** যোটন হয়। এই অৰি-দ্বি-দ্বাদশ যোটনত বিবাহ হলে কন্যা ধন নাশিনী হয়। এই যোটন-বিবাহৰ ফলৰ বিষয়ে আৰু মত আছে। তলত দ্বাদশ ৰাশিৰ দুই দুই ৰাশি লৈ যি দ্বি-দ্বাদশ যোটন হয় তাক তাৰ ফলা-ফলে সৈতে অতি সহজ কৰি চক্ৰত দেখুৱাই দিয়া হৈছে॥ যথা,—

আয়ুষ্য সম্পৎ সুত ভোগসম্পৎপুত্ৰার্থসম্পৎ-পতিসৌখ্য সম্পৎ।
সৌভাগ্য সম্পদ্ধন ধান্য সম্পজ্জষাদিযুগ্মেক্ৰমতঃ ফলানি॥
অজাদিযুগ্মে ক্ৰমতঃফলানি বৈধব্যমৃত্যুৰ্ব্বধবদ্ধনানি।
বিয়োগ সন্তাপমতীব দুঃখং বশিষ্ঠ-গৰ্গ-প্ৰমুখৈঃস্মৃতানি॥ ৩৪

অথমিত্র-দ্বিদ্বাদশ চক্ৰম্ ।

( মীনাদি ধৰি দুই ৰাশিত । )

| বৰৰ ৰাশি | মেষ | মিথুন | সিংহ | তুলা | ধনু | কুম্ভ |
|---|---|---|---|---|---|---|
| কন্যাৰ ৰাশি | মীন | বৃষ | কৰ্কট | কন্যা | বিছা | মকৰ |
| ফল | আয়ু বৃদ্ধি | পুত্ৰ সুখ | ধন লাভ | দাম্পত্য প্ৰীতি | সৌভাগ্য | ধনাদি-লাভ |

অথ অৰি-দ্বি দ্বাদশ চক্ৰম্ ।

( মেষাদি ধৰি দুই ৰাশিত । )

| বৰৰ ৰাশি | মেষ | মিথুন | সিংহ | তুলা | ধনু | কুম্ভ |
|---|---|---|---|---|---|---|
| কন্যাৰ ৰাশি | বৃষ | কৰ্কট | কন্যা | বিছা | মকৰ | মীন |
| ফল | বৈধব্য | মৃত্যু | বন্ধন | বিয়োগ | সন্তাপ | অতিশয় কষ্ট |

(ঙ) অথ নৱ-পঞ্চক যোটনম্ ।

পুংসো গৃহাৎ সুত গৃহে সুতহা চ কন্যা ।
ধৰ্ম্মে-স্থিতা সুতবতী পতি বল্লভা চ ॥ ৩৫

ইতি জ্যোতিঃ ।

বৰ আৰু কন্যাৰ পৰস্পৰৰ ৰাশি পঞ্চম আৰু নৱম হলে নৱ-পঞ্চক দোষ হয়। নৱ-পঞ্চক যোটনৰ ফল অনপত্যতা যথা—

পাপ গ্ৰহো যদি ভবেন্নব-পঞ্চ ৰক্ষে !
সন্তান হানি মতুলাং মুনয়ো বদন্তি ॥ ৩৬

এই নৱ-পঞ্চক যোটন দুই প্ৰকাৰ যেনে বৰৰ ৰাশিৰ পৰা কন্যাৰ ৰাশি নৱম অথবা কন্যাৰ ৰাশিৰ পৰা বৰৰ ৰাশি পঞ্চম হলে **মিত্ৰ নৱ-পঞ্চক** যোটন হয়। মিত্ৰ-নৱ পঞ্চক যোটন বিবাহত কন্যা পুত্ৰৱতী আৰু পতিপ্ৰিয়া হয়।

যদি বৰৰ ৰাশিৰ পৰা কন্যাৰ ৰাশি পঞ্চম হয় অথবা কন্যাৰ ৰাশিৰ পৰা বৰৰ ৰাশি নৱম হলে **অৰি নৱ-পঞ্চক** যোটন হয়। এই যোটনত বিবাহ হলে কন্যা মৃত বৎসা হয়। এই অৰি নৱ-পঞ্চক যোটনত বিবাহ পাতিবলৈ শাস্ত্ৰত বাধা আছে। তলত মিত্ৰ নৱ পঞ্চকৰ চক্ৰ দিয়া হৈছে যথা,—

মিত্ৰ নৱ পঞ্চক চক্ৰম্।

| বৰৰ ৰাশি | মেষ | বৃষ | মিথুন | কৰ্কট | সিংহ | কন্যা |
|---|---|---|---|---|---|---|
| কন্যাৰ ৰাশি | ধনু | মকৰ | কুম্ভ | মীন | মেষ | বৃষ |

| বৰৰ ৰাশি | তুলা | বিছা | ধনু | মকৰ | কুম্ভ | মীন |
|---|---|---|---|---|---|---|
| কন্যাৰ ৰাশি | মিথুন | কৰ্কট | সিংহ | কন্যা | তুলা | বিছা |

অথ দ্বি দ্বাদশ-নৱ পঞ্চক-ষড়ষ্টকে প্ৰতি প্ৰসব মাহ ।—

দ্বি দ্বাদশ, নৱ-পঞ্চক, আৰু ষড়ষ্টক যোটনৰ বিশেষ নিয়ম এই যে যদি বৰ আৰু কন্যাৰ উভয়ৰ ৰাশ্যাধিপতি গ্ৰহৰ পৰস্পৰ মিত্ৰতা থাকে, অথবা উভয়ৰ ৰাশ্যাধিপতি একে গ্ৰহ হয়, তাৰা শুদ্ধি থাকে আৰু কন্যাৰ ৰাশি বৰৰ ৰাশিৰ বশ্য হয় তেতিয়া এই তিনি প্ৰকাৰ যোটনত বিবাহ হ'ব পাৰে আৰু এনে যোটন বিবাহত বৰ কন্যাৰ দাম্পত্য প্ৰীতি আৰু সুখ সন্তোষ হয় যথা,—ৰাজ মাৰ্ত্তণ্ডে—

সৌহৃদ্যেহুভয়োৰ্দ্বয়োৰপিতয়োৰেকাধিপত্যেঽপিচ ।
তাৰা ষষ্ঠ-সুমিত্ৰ-মিত্ৰ জনন-ক্ষেমোথ সম্পদ্ যদি ॥ ৩৭
ষট্ কাষ্টে নব-পঞ্চমে ব্যয়-ধনে যোগেঽপি পুংযোষিতো ।
প্ৰীত্যায়ুঃ সুখ বৃদ্ধি-পুষ্টিজনকঃ কাৰ্য্যেবিবাহ স্তদা ॥ ৩৮

**উপদেশ,**—এই প্ৰতিপ্ৰসব থাকিলেও বিশেষ নিন্দিত ষড়ষ্টক যোটনত আৰু যদি কন্যাৰ বাল-বৈধব্য-অনপত্যতাদি দোষ থাকিলে বৰ কন্যাৰ বিবাহত শুভ জনক নহয় বুলি ধৰা বিচাৰ যোগ্য ।

## (৮) অথ নাড়ী-কূটম্ ।

বৰ-কন্যাৰ নাড়ী বেধ যোটক বিচাৰৰ এটা প্ৰধান অঙ্গ । নাড়ী বেধত বৰ-কন্যাৰ বিবাহ পতা শাস্ত্ৰত বিশেষ ভাবে বাধা দিছে । সাতাইশ নক্ষত্ৰ তিনি নাড়ীত ভাগ হয় ।

অশ্বিনীৰ পৰা ৰেৱতী নক্ষত্ৰলৈ সাতাইশটা নক্ষত্ৰ সৰ্পাকৃতি ত্ৰিনাড়ী চক্ৰত থতাই নাড়ী বেধ বিচাৰ কৰি বৰ-কন্যাৰ শুভাশুভ বিচাৰ কৰা যায় যথা ঃ—

অশ্বিন্যাদি-লিখেচ্চক্ৰং সৰ্পাকাৰং ত্ৰিনাড়িকম্।
অত্ৰ বেধ বশাজ্ জ্ঞেয়ং বিবাহাদৌ শুভাশুভম্ ॥ ৩৯

ত্ৰিনাড়ী বেধ নক্ষত্ৰ মশ্বিন্যাৰ্দ্ৰা যুগোত্তৰাঃ।
হস্তেন্দ্ৰ মূল-বাৰুণ্যঃ পূৰ্ব্বভাদ্ৰ পদাস্তথা ॥ ৪০

যাম্যঃ সৌম্যো গুৰু ৰ্যোনি শ্চিত্ৰামিত্ৰ জলাহ্বয়ম্।
ধনিষ্ঠা চোত্তৰা ভদ্ৰা মধ্য নাড়ী ব্যৱস্থিতা ॥ ৪১

কৃত্তিকা ৰোহিণী সৰ্পা মঘা শ্বাতী বিশাখকঃ।
উত্তৰা শ্ৰবণা পৌষ্ণা পৃষ্ঠনাড়ী ব্যৱস্থিতা ॥ ৪২

এক নাড়ীস্থ-ধিষ্ট্যানি যদি স্ত্ৰ্যৰ্বৰ-কন্যয়োঃ।
তদা বেধং বিজানীয়াদ্ গুৰ্ব্বাদিষু তথৈবচ ॥ ৪৩

ইতি স্বৰোদয়ে।

সহজে নাড়ী বেধ জানিবৰ কাৰণে সৰ্পাকৃতি ত্ৰিনাড়ী চৰি আঁকি তাত সাতাইশ নক্ষত্ৰৰ তিনি ভাগ কৰি তিনি নাড়ীত বহুৱাই দিয়া হৈছে। প্ৰত্যেক ভাগৰ বেলেগ নাম আছে যথা,—

## আদ্যনাড়ী, মধ্যনাড়ী, আৰু পৃষ্ঠনাড়ী ॥

### নাড়ী-চক্ৰম্।

| | |
|---|---|
| আদ্য নাড়ী-নক্ষত্ৰ | ৬ ১২ ১৮ ২৪<br>* ১ ৭ ১৩ ১৯ ২৫ |
| মধ্য নাড়ী-নক্ষত্ৰ | ৫ ১১ ১৭ ২৩<br>* ২ ৮ ১৪ ২০ ২৬ |
| পৃষ্ঠ নাড়ী-নক্ষত্ৰ | ৪ ১০ ১৬ ২২<br>* ৩ ৯ ১৫ ২১ ২৭ |

এই চক্ৰত প্ৰত্যেক ঘৰত যি নক্ষত্ৰাঙ্ক আছে বৰ আৰু কন্যা উভয়ৰ যদি একে নাড়ীৰ নক্ষত্ৰাঙ্ক হয় তেতিয়া নাড়ীবেধ দোষ ঘটে বুলি জানিব লাগে আৰু যদি বৰ আৰু কন্যাৰ নক্ষত্ৰাঙ্ক বেলেগ ঘৰত পৰে অৰ্থাৎ বেলেগ নাড়ীৰ নক্ষত্ৰাঙ্ক হয় তেতিয়া বিবাহত নাড়ী বেধ নহয়। এই তিনি নাড়ী বেধৰ বেলেগ বেলেগ ফল আছে। যদি বৰ আৰু কন্যাৰ নক্ষত্ৰাঙ্ক আদ্য নাড়ীত পৰি বেধ হয় আৰু এই বেধত বিবাহ হয় তেনে বৰ মৃত্যু হয়। সেইদৰে মধ্য নাড়ী বেধ দোষ বিবাহত বৰ কন্যা উভয়ৰ মৃত্যু হয় আৰু পৃষ্ঠ নাড়ী বেধ দোষ বিবাহত কন্যা মৃত্যু হয় বুলি শাস্ত্ৰত লিখা আছে যথা,—

প্ৰাগুনাড্যা বেধতো ভৰ্ত্তা মধ্য নাড্যো ভয়ং তথা।<br>
পৃষ্ঠ নাড়ী-ব্যধে কন্যা ম্ৰিয়তে নাত্ৰ সংশয়ঃ ॥৪৪

ইতি বাৰিধে।

তথাচ বৰাহঃ—পৃষ্ঠে সুতহত পতিগত ৰোগং।
ক্রোড়ে বনিতা বিত্ত বিয়োগম্।
মধ্যম বেধে ভবতি বিবাহঃ।
উভয়োৰ্ম্মৰণং বদতি বৰাহঃ॥৪৫

**উপদেশ**—নাড়ী বেধ থাকিলে কেৱল বৰ কন্যাৰহে বিবাহ নিসিদ্ধ এনে নহয়। আনকি গুৰু আৰু শিষ্যৰ অথবা শিষ্য আৰু গুৰু মন্ত্ৰৰ লগতো নাড়ী বেধ থকা উচিত নহয়। জন্ম নক্ষত্ৰ জনা নেথাকিলে নামৰ আখৰৰ পৰা বেধ ধৰিব লাগে কিন্তু এজনৰ জন্ম নক্ষত্ৰ আৰু আন জনৰ নাম নক্ষত্ৰৰ পৰা বেধ দেখা উচিত নহয়॥ গুৰু-শিষ্যৰ নাড়ী বেধ থাকিলে উভয়ৰ ভিতৰত বিৰোধ, শিষ্য আৰু মন্ত্ৰৰ নক্ষত্ৰৰ একে নাড়ী গত হলে শিষ্যৰ ৰোগ, অথবা ইষ্ট দেৱতাৰ নক্ষত্ৰৰ লগত শিষ্যৰ নক্ষত্ৰ এক নাড়ী গত হলে শিষ্যৰ মৃত্যু হয় যথা প্ৰমানং স্বৰোদয়ে,—

এক নাড়ী স্থিতা যত্ৰ গুৰু ৰ্মন্ত্ৰশ্চ দেৱতা
তত্ৰ দ্বেষং ৰুজং মৃত্যুং ক্ৰমেন ফল মাদিশেৎ॥ ৪৬

প্ৰণষ্টং জন্মভং যস্য তস্য নাম ৰ্ক্ষতো বিধেৎ।
দ্বয়ো ৰ্জন্ম-ভয়ো ৰ্বেধেন কৰ্ত্তব্যং কদাচন॥ ৪৭

বৰাহ মতে বৰ-কন্যাৰ বিভিন্ন-নাড়ী যোগ ফলম্,—
মধ্যে ক্ৰোৰে বহু সন্মানং।
ক্ৰোড়ে পৃষ্ঠে যশ উত্থানং।
মধ্যে পৃষ্ঠে ভবতি বিবাগো
বহু সুত ধন যুত মিতি মুনি বৰাহঃ॥৪৮

অথ নাড়ী বেধ-প্ৰতি প্ৰসব মাহ।

এক ৰাশ্যাদি যোগেতু নাড়ী দোযোন বিদ্যতে।
অন্যত্ৰ তু বিচাৰ্য্যোষা স্বভাবচ্ছোভনাশ্চ তে ॥ ৪৯

ইতি জ্যোতিঃ।

সুহৃদেকাধিপো যোগে তাৰা বলে বশ্যৰাশৌ বা।
অপি নাড্যাদি-বিৰোধে ভবতি বিবাহো হিতাৰ্থায় ॥ ৫০

ইতি শ্ৰীপতিঃ।

নাড়ী বেধৰ প্ৰতি প্ৰসব যথা,—বৰ আৰু কন্যাৰ যদি একে ৰাশ্যাদি ৰাজ যোটন হয় বা পৰস্পৰৰ ৰাশ্যাধিপতিৰ মিত্ৰতা থাকে আৰু তাৰা শুদ্ধিৰ লগত কন্যাৰ ৰাশি বশ্য হয় তেতিয়া নাড়ী বেধ থাকিলেও বিবাহ দোষণীয় নহৈ সকলো শুভ হে হয় ॥

কশ্যপ মুনিৰ মতে—চিন, বঙ্গলা দেশ, কাশ্মীৰ, সাৰস্বত, কৰহাট কোঙ্কণাদি দেশত নাড়ী বেধ বিচাৰ কৰা উচিত। এইবিলাক দেশৰ বাহিৰে অইন-দেশত নাড়ীবেধ বিচাৰ দৰকাৰ নাই যথাঃ—

কশ্যপ ঃ— ‘সাৰস্বত কৰহাট কোঙ্কণ কাশ্মীৰ চীন বঙ্গেষু।
নাড়ীবেধ শ্চিন্ত্যঃ পানি গ্ৰহণে ন চান্যত্ৰ এব ॥৫১



# তৃতীয়োঽধ্যায়।

## সংস্কাৰ প্ৰকৰণম্।

### অথ কন্যায়াঃ বিবাহ কাল বিচাৰম্।

অষ্ট বৰ্ষে ভবেৎ গৌৰী নব বৰ্ষে তু ৰোহিণী।
দশমে কন্যকা প্ৰোক্তা এত দূৰ্দ্ধং ৰজঃস্বলা ॥১

আঁঠ বছৰীয়া কন্যাক গৌৰী, ন বছৰীয়া কন্যাক ৰোহিণী আৰু দহ বছৰীয়া ছোৱালীক কন্যকা বোলে। ইয়াত কৈ বেচি বয়সীয়াল ছোৱালীক ৰজস্বলা বোলে। সেই দেখি দহ বছৰত কৈ বেচি বয়সস্থ কন্যাৰ বিবাহৰ কোনো কালাকাল বিচাৰ নাই।১

### অথ বিবাহে কাল বিচাৰম্।

অযুগ্মে দুৰ্ভগা নাৰী যুগ্মে চ বিধবা ভবেৎ।
তস্মাদ্ গৰ্ভান্বিতে যুগ্মে বিবাহে সা পতিব্ৰতা॥
মাস ত্ৰয়াদূৰ্দ্ধমযুগ্ম বৰ্ষে যুগ্মেতু মাস ত্ৰয়মেব যাবৎ।
বিবাহ শুদ্ধিং প্ৰবদন্তি নাৰ্য্যা বাৎস্যাদয়ো জ্যোতিষী—
জন্ম মাসাৎ ॥২

যুগ্ম বছৰত কন্যাৰ বিবাহ হলে কন্যা বিধবা আৰু অযুগ্ম বছৰত বিবাহ হলে কন্যা দুৰ্ভগা হয়। সেই দেখি গৰ্ভৰ পৰা লেখ কৰি যুগ্ম বছৰত কন্যাক বিবাহ দিব লাগে। এই গৰ্ভান্বিত যুগ্ম বছৰত বিবাহ দিলে কন্যা পতিব্ৰতা হয়। বাৎস্য প্ৰভৃতি জ্যোতিৰ্বিদ পণ্ডিত সকলৰ মতে জন্ম মাহৰ পৰা গণনা কৰি অযুগ্ম বছৰৰ তিনি মাহৰ পাচত আৰু যুগ্ম বছৰৰ তিনি মাহলৈকে গৰ্ভান্বিত যুগ্ম অৰ্থাৎ ছ বছৰ তিনি মাহৰ পৰা সাত বছৰ তিনি মাহলৈকে আৰু আঁঠ বছৰ তিনি মাহৰ পৰা ন'বছৰ তিনি মাহলৈ বিবাহৰ অতি শুভ সময়। এই সময়ত বিবাহিতা কন্যা পতিব্ৰতা আৰু পুত্ৰৱতী হয়॥ ২

অথ বিবাহে মাস নিষেধ বিচাৰম্।

আষাঢ়ে ধন ধান্য ভোগ ৰহিতা নষ্ট প্ৰজা শ্ৰাবণে,
বেশ্যা ভাদ্ৰপদে ইষেচমৰণং ৰোগান্বিতা কাৰ্ত্তিকে॥
পৌষে প্ৰেতবতী বিয়োগে বহুলা চৈত্ৰে মদোন্মাদিনী,
অন্যেম্বেৰ বিবাহিতা পতিৰতা নাৰী সমৃদ্ধা ভবেৎ॥
অৰক্ষণীয়া-বিষয়েতু—দশমাসাঃ প্ৰশস্তস্তে চৈত্ৰ পৌষ
বিবৰ্জ্জিতাঃ। ৩

আহাৰ মাহত বিবাহ হলে কন্যা ধন ধানাদিৰ ভোগ হীনা হয়। শাওণত বিবাহ হলে কন্যা মৃত বৎসা, ভাদত বেশ্যা, আহিনত মৃত্যু, কাতিত ৰোগ যুক্তা, পুহত আচাৰ হীনা আৰু-

বিধবা শেষ মাহ চ'তত বিবাহ হলে কন্যা মদোন্মাতা হয়। বাকী কেই মাহত বিবাহ হলে কন্যা পতিব্রতা আৰু ঐশ্বৰ্য্যশালিনী হয়। কিন্তু অৰক্ষণীয়া কন্যাৰ পক্ষে মাহৰ ভিতৰত চ'ত আৰু পুহ মাহ বাদ দি বাকী কেই মাহত শাস্ত্ৰ মত প্ৰকাৰ বিবাহ প্ৰশস্ত। ৩

কন্যাৰ **জন্ম মাহত** বিবাহ হলে সেই কন্যা পুত্ৰৱতী হয়। জন্ম মাহৰ দ্বিতীয় মাহত বিবাহ হলে সেই কন্যা ধন সম্পত্তি শালিনী হয়, জন্ম ৰাশি আৰু নক্ষত্ৰত বিবাহ হলে সেই কন্যা সন্ততি যুক্তা হয় যথা,—

জন্ম মাসে চ পুত্ৰাঢ্যাধনাঢ্যাচ ধনোদয়ে।
জন্মভে জন্মৰাশৌচ কন্যা হি ধ্ৰুব সন্ততিঃ ॥ ৪
ইতি চিন্তামণৌ।

অন্যচ্চ যথা,—স্নানং দানং তপো হোমঃ সৰ্ব্ব মাঙ্গল্য বৰ্দ্ধনঃ।
উদ্বাহশ্চ কুমাৰীণাং জন্ম মাসে প্ৰশস্যতে ॥ ৫
ইতি শ্ৰীপতিঃ।

কিন্তু পুৰুষৰ **জন্ম মাহত** চ'ত আৰু পুহ মাহত, বিবাহ, কৰ্ণবেধ আৰু ক্ষৌৰ কাম শাস্ত্ৰত নিষেধ কৰিছে যথা—

ন জন্ম মাসে ন চ চৈত্ৰ পৌষে ক্ষৌৰং বিবাহো ন চ কৰ্ণবেধঃ।
অৰ্থস্য হানিং বহু দুঃখ পীড়াং মূলস্য নাশং মুনয়ো বদন্তি ॥ ৬
ইতি জ্যোতিষতত্ত্বে।

**এই শুভ্ৰৰ বিশেষ বিচাৰ যথা,—**

বশিষ্ঠ মতে—জন্ম দিন যি দিনা জন্ম দিনৰ কৃত্য হয় সেই দিন এৰি জন্ম মাহত চুড়া কৰণ, বিবাহ, ক্ষৌৰ কাম আৰু কৰ্ণবেধ কৰিব পাৰে। গৰ্গ মুনিৰ—মতে আঁঠ দিন এৰি, আৰু যবনৰ—মতে দহ দিন বাদ দি উক্ত চূড়াকৰণ বিবাহাদি কৰিব পাৰে কিন্তু ভাগুৰি ঋষি—মতে গোটেই জন্ম মাহ এৰি চূড়াকৰণ বিবাহাদি শুভ কাম কৰা বিধেয়। অৱশ্য এই নিয়ম **বৰৰ** পক্ষে বিচাৰ যোগ্য কিন্তু **কন্যাৰ** পক্ষে নহয় যথা,—

জাতং দিনং দূষয়তে বশিষ্ঠশ্চাষ্টৌ চ গৰ্গো যবনো দশাহম্।
জন্মাখ্য মাসং কিল ভাগুৰিশ্চ চৌড়ে বিবাহে ক্ষুৰ কৰ্ণবেধে॥ ৭
( এতত্তু বৰ বিষয়ং নতু কন্যায়াঃ।)

চাৰিজন ঋষিৰ ৪টা মত হোৱাত "উৎসবেষু চ সৰ্ব্বেষু দিনানি দশ বৰ্জ্জীয়েৎ" এই মীমাংসা মতে দহ দিন বৰ্জন কৰি বাকী ২০ দিনত কৰা স্থিৰ হয়। জ্যেষ্ঠ পুত্ৰ কন্যাৰ বিবাহৰ নিষিদ্ধ মাহ।—জেঠ আৰু আঘোন মাহত প্ৰথম গৰ্ভজাত পুত্ৰ বা কন্যাৰ চূড়াকৰণ, বিবাহ আৰু পুত্ৰৰ উপনয়ন নিষেধ যথা,—

জ্যৈষ্ঠে মাসি তথা মাৰ্গে ক্ষৌৰং পৰিণয়ং ব্ৰতং।
জ্যেষ্ঠ পুত্ৰ দুহিত্ৰোশ্চ যত্নতঃ পৰি বৰ্জ্জয়েৎ॥ ৮

ইতি গৰ্গঃ।

প্ৰথম গৰ্ভজাত পুত্ৰ আৰু কন্যাৰ চূড়াকৰণ আৰু বিবাহাদি আৱশ্যক হলে ৰবি কৃত্তিকা নক্ষত্ৰত থকা কেই দিন অৰ্থাৎ জেঠ মাহৰ প্ৰথম দহ দিন এৰি শুভ কৰ্ম্ম কৰিব পাৰে। যথা,—

কৃতিকাস্থৰবিংত্যক্ত্বা জ্যেষ্ঠে জেষ্ঠস্যকাৰয়েৎ।
উৎসবেষু চ সৰ্ব্বেষু দিগ্ দিনানি চ বৰ্জ্জয়েৎ ॥৯
ইতি—জ্যোতিঃ।

বিবাহে বাৰ বিচাৰঃ—

বৃহস্পতি, শুক্ৰ, বুধ আৰু সোমবাৰে বিবাহ হলে কন্যা সৌভাগ্যৱতী হয় কিন্তু ৰবি, শনি বা মঙ্গলবাৰে বিবাহ হলে কন্যা কুলটা হয়।

যথা,—গুৰুশুক্ৰবুধেন্দুনাং দিনেষু সুভগা ভবেৎ ॥
সূৰ্য্যাৰ্কিভূনিপুত্ৰানাং দিনেষু কুলটা ভবেৎ ॥ ১০

কিন্তু গৰ্গঋষিমতে ৰাতি বিবাহত বাৰৰ দোষ নাই। অইন কি ৰবি, শনি আৰু মঙ্গলবাৰেও ৰাতি বিবাহত বাৰ দোষ নাই যথা,—

ন বাৰ দোষাঃ প্ৰভবন্তি ৰাত্ৰৌ।
বিশেষতোহৰ্কাবনিভূশ নীনাং ॥১১
ইতি গৰ্গঃ।

গৰ্গাচাৰ্য্যৰ—মতে যদিও ৰাত্ৰি বিবাহত বাৰ দোষ নাই বুলিছে এই বচন অমূলক বুলি ধৰিব লাগে । বহু ঋষি মতে বেদ অনুসৰিহে বিবাহ ঠিক ।

নাষ্টম্যাং ন চতুৰ্দ্দশ্যাং প্ৰায়শ্চিত্ত পৰীক্ষণে
ন পৰীক্ষা বিবাহশ্চ শনি ভৌম দিনে তথা ।১২

এতেকে পঞ্জিকা কাৰ সকলে ভাৰত বৰ্ষৰ কাৰণ পঞ্জিকা কৰিছে । ইয়াত সাম, ঋক, যজুঃ অথৰ্ব বেদৰ মানুহ আছে । ন বাৰ দোষাঃ এই বচনৰ উদ্দেশ্য বেদাধিপ অনুযায়হে খাটিব ।

বিবাহে নিষিদ্ধ তিথি বিচাৰ ।—

অমাবশ্যা, বিষ্টিভদ্ৰা আৰু ৰিক্তা তিথিত অৰ্থাৎ ( চতুৰ্থী, নৱমী, আৰু চতুৰ্দ্দশীত, ) বিবাহ হলে বিবাহত মৃত্যু অনিবাৰ্য্য, কিন্তু শনিবাৰে ৰিক্তা তিথি হলে আৰু এই যোগ বাৰত বিবাহ হলে কন্যা পতিপুত্ৰ বৰ্দ্ধিনী হয় যথা,—

অমায়াঞ্চৈৱ ৰিক্তায়াং কৰণে বিষ্টি সংজ্ঞকে ।
যঃ কৰোতি বিবাহং স শীঘ্ৰং যাতি যমালয়ং ॥
শনৈশ্চৰ দিনে চৈব যদি ৰিক্তা তিথিৰ্ভবেৎ ।
তস্যাং বিবাহিতা কন্যা পতি সন্তান বৰ্দ্ধিনী ॥১৩
ইতি মুক্তাবল্যাং ।

বিবাহে নক্ষত্ৰ বিচাৰ ।—

ৰেৱতী, উত্তৰফাল্গুনী, উত্তৰাষাঢ়া, উত্তৰভাদ্ৰপদ, ৰোহিণী, মৃগশিৰা, মূলা, অনুৰাধা, মঘা, হস্তা, স্বাতী আৰু নক্ষত্ৰত আৰু

মিথুন, কন্যা আৰু তুলা লগ্নত বিবাহ প্ৰশস্ত। মুক্তাৱলী মতে—চিত্ৰা, শ্ৰৱণা, ধনিষ্ঠা আৰু অশ্বিনী নক্ষত্ৰত বিশেষ আপদ্বিষয়ত আৰু যজুৰ্ব্বেদীয় বিবাহ হ'ব পাৰে। যথা,—

কন্যায়াঃ পানিং গৃহ্ণীয়াৎত্ৰিষু ত্ৰিষুত্তৰাদিষু।
স্বাতৌ মৃগশিৰোৰোহিণ্যাং বা ॥ ১৪

ইতি পাৰস্কৰঃ।

চিত্ৰা, শ্ৰৱণা, ধনিষ্ঠাশ্বিনী নক্ষত্ৰং
যজুৰ্ব্বেদী বিষয়মাপদ্ বিষয়ন্বেতি ॥ ১৫

ইতি মুক্তাবল্যাং।

এইবিলাক নক্ষত্ৰত বিবাহ প্ৰশস্ত হলেও মঘা, মূলা নক্ষত্ৰৰ প্ৰথম পাদত, ৰেৱতীৰ চতুৰ্থ পাদত বিবাহ শাস্ত্ৰত নিষেধ। ইয়াত বিবাহ হলে মৃত্যু হয়। যজুৰ্ব্বেদী বিবাহত অশ্বিনীৰ প্ৰথম পাদতো বিবাহ দোষজনক। কাৰণ এইবিলাক গণ্ডপাদ আৰু সেই দেখি গণ্ডপাদত বিবাহ অমঙ্গলজনক যথা,—

আদ্যে মঘা চতুৰ্ভাগে নৈঋতস্যাদ্য এব চ।
ৰেবত্যন্ত চতুৰ্ভাগে বিবাহঃ প্ৰাণ নাশকঃ ॥ ১৬
যজুৰ্ব্বেদী বিবাহে গণ্ডপাদ ত্বেন—
অশ্বিন্যা আদ্যপাদো হপি বৰ্জ্জনীয়ঃ ॥ ১৭

ইতি পাৰস্কৰঃ ॥

**বিবাহে যোগ বিচাৰ**—ব্যতিপাত যোগত বিবাহ হলে বংশ নাশ হয় ; পৰিঘ যোগত কন্যা স্বামী-ঘাতিনী, বৈধৃতি যোগত বিধবা, অতিগণ্ড যোগত বিষদগ্ধা, ব্যাঘাত যোগত ব্যাধি, হৰ্ষণ যোগত শোকাৰ্ত্তা, শূল যোগত শূল ৰোগ, আৰু ব্ৰণ কষ্ট, গণ্ড যোগত ৰোগ, বিষ্কুম্ভত সৰ্প দংশন, বজ্ৰ যোগত বিবাহ হলে মৃত্যু হয় বুলি জানিব লাগে। সময়ৰ এই দহোটা যোগ অতি অশুভ। ইয়াৰ বাহিৰে অইন যোগত বিবাহ হলে বৰ কন্যাৰ মঙ্গল হয়। যথা,—

কুলচ্ছেদো ব্যতীপাতে পৰিঘে স্বামীঘাতিনী।
বৈধৃতৌ বিধবা নাৰী বিষদাহোঽতি গণ্ডকে॥
ব্যাঘাতে ব্যাধি সংঘাতঃ শোকাৰ্ত্তা হৰ্ষণে তথা।
শূলে চ ব্ৰণ শূলং স্যাদ্গণ্ডে ৰোগ ভয়ং তথা॥
বিষ্কুম্ভেঽপ্যহিদংশঃস্যাদ্ বজ্ৰকে মৰণং ভবেৎ।
এতে বৈ দাৰুণাঃ সৰ্ব্বে দশযোগাঃ প্ৰকীৰ্ত্তিতাঃ।১৮

ইতি ৰত্নমালায়াং।

**বিবাহে লগ্ন বিচাৰ**—কন্যা-তুলা, মিথুন আৰু ধনুৰ পূৰ্ব্বাৰ্দ্ধ লগ্নত বিবাহিতা কন্যা সাধ্বী হয়, আৰু বাকী ৰাশিত বিবাহ হলে কন্যা অসাধ্বী হয়। অইন লগ্নতো বিবাহ হ'ব পাৰে কিন্তু নিন্দিত লগ্নত বিবাহ পাতিবলৈ হলে প্ৰথমে চাব লগা এই যে সেই ৰাশিৰ নবাংশ যদি কন্যা, মিথুন,

তুলা আৰু ধনু ৰাশিৰ অধিপতি অর্থাৎ বুধ, শুক্র আৰু গুৰুৰ অংশ পৰে তেতিয়াহে সেই লগ্নত বিবাহ প্রশস্ত।

যদি বিবাহ লগ্নৰ সপ্তম, অষ্টম, আৰু দ্বাদশ থাইত শুভ গ্রহ নেথাকে, দ্বিতীয় তৃতীয়, বা একাদশ, থাইত চন্দ্র থাকে আৰু তৃতীয়, একাদশ, ষষ্ঠ, আৰু অষ্টম থাইত পাপ গ্রহ থাকে, শুক্র ষষ্ঠত আৰু মঙ্গল অষ্টমত নেথাকে তেতিয়া সেই লগ্নত বিবাহ বিধেয়।

পাপ মধ্যগত চন্দ্র আৰু চন্দ্রৰ লগত ৰবি মঙ্গল, শনি আৰু শুক্র থাকিলে বিবাহ পতা বিধেয় নহয়।

বৰ আৰু কন্যাৰ মঙ্গলাকাঙ্ক্ষী সকলে ৰাশি যোটন মেলত ৰবি শুদ্ধিৰ বিচাৰ বিশেষ ভাবে চোৱা বিধেয়। যথা—

কন্যা তুলা ভৃন্মিথুণেষু সাধ্বীশেষেষসাধ্বীধনবর্জ্জিতা চ।
নিন্দ্যোহপি লগ্নে দ্বিপদাংশ ইষ্টঃ কন্যাদিলগ্নেষপিনান্যভাগঃ॥
ধনুৰ্ষি কুলটা নাৰী তৎ পূর্ব্বার্দ্ধে সতীতিজগুর্যবনাঃ।
সপ্তাষ্টান্ত্য বহিঃ শুভৈৰুড়ুপতাবেকাদশ দ্বিত্রিগে,
ক্রূৰৈস্ত্র্যায়ষড়ষ্টগৈ ন তু ভৃগৌ ষষ্ঠে কুজে চাষ্টমে।
দম্পত্যোর্দ্বিনবাষ্টৰাশি ৰহিতে দাৰানুকূলেৰবৌ,
চন্দ্রেচার্ক কুজার্কি শুক্র বিযুতে মধ্যেহথবাপাপয়োঃ॥ ১৯

ইতি বিবাহ পটলে।

**বিবাহে মৃতহিবুক যোগ বিচাৰ** :—বিবাহৰ লগ্নত, অথবা লগ্নৰ চতুৰ্থ, পঞ্চম, নৱম, নাইবা দশম কেন্দ্ৰ ত্ৰিকোণত দেৱগুৰু বৃহস্পতি অথবা দৈত্যগুৰু শুক্ৰ থাকিলে মৃতহিবুক যোগ হয়। এই যোগত বিবাহ হলে লগ্নগত যাবতীয় দোষ নষ্ট হৈ সুখ বৃদ্ধি হয়। যথা,—

লগ্নেতৎপঞ্চমে তুৰ্য্যে নবমে দশমে তথা ।
গুৰুৰ্ভৃগুৰ্ব্বা দোষঘ্নো বিবাহে বৰ্দ্ধতে শুভং ॥ ২০

ইতি মুক্তাবল্যাং।

**যুত যামিত্ৰ বেধ বিচাৰ** :—যদি চন্দ্ৰ পাপ গ্ৰহৰ সপ্তমত থাকে তেতিয়া যামিত্ৰ বেধ হয়। কিন্তু চন্দ্ৰ পাপ গ্ৰহৰ লগত যুক্ত হলে যুত বেধ হয়। এই যোগফল অতিশয় অশুভ। সেই দেখি কোনো শুভ কাম কৰা উচিত নহয়। এই যোগত যাত্ৰা কৰিলে বিপদ, নতুন ঘৰ সজা বা নতুন ঘৰ ললে পুত্ৰ হানি, ক্ষুৰৰ কাম কৰিলে ৰোগ, বিবাহ পাতিলে কন্যা বিধবা, উপনয়ন পাতিলে মৰণ আৰু পুংসবন কৰিলে শূলৰোগ হয়। যথা,—

পাপাৎ সপ্তমগঃ শশী যদি ভবেৎ পাপেনযুক্তোহথবা ।
যত্নেনাশু বিবৰ্জ্জয়েন্মুনি মতো দোষোহপ্যয়ং কথ্যতে।
যাত্ৰায়াং বিপদোগৃহে সুতবধঃ ক্ষৌৰে চ ৰোগোদ্ভবঃ ।
চোদ্বাহে বিধবা ব্ৰতে চ মৰণং শূলঞ্চপুংকৰ্ম্মনি ॥ ২১

ইতি সাৰসংগ্ৰহে।

প্ৰতি প্ৰসব—বিবাহ কালিন চন্দ্ৰ যদি নিজ উচ্চ ঘৰত মিত্ৰ বা নিজ ক্ষেত্ৰত থাকি বলবান হয় যুত যামিত্ৰ বেধ হলেও কোনো দোষ নাই। যথা,—

বৃষাজালি ধনুঃ কৰ্কি সিংহ মীনে চ চন্দ্ৰমাঃ।
ন দোষঃ পাপয়োৰ্ম্মধ্যে যুত যামিত্ৰয়োৰপি ॥ ২২

ইতি জ্যোতিষতত্ত্বে।

**সপ্ত শলকা বেধ বিচাৰ**—থিয় আৰু পথালিকৈ সাতোটা সাতোটা আঁক মাৰি কটাকটি কৰিব লাগে। আঁকৰ মূৰে মূৰে বাওঁফালৰ পৰা কৃত্তিকাকে আদি কৰি অভিজিৎ সহ আঠাইশ নক্ষত্ৰাঙ্ক বহুৱাব লাগে। উত্তৰষাঢ়া আৰু শ্ৰৱণা নক্ষত্ৰৰ মাজত অভিজিৎ নক্ষত্ৰৰ শূন্য অঙ্ক লিখিব লাগে।

যি নক্ষত্ৰত বিবাহ পতা হয় সেই নক্ষত্ৰত বা সেই ৰেখাৰ মুখামুখি ৰেখাৰ মূৰৰ অঙ্ক নক্ষত্ৰত চন্দ্ৰৰ বাহিৰে অইন কোনো গ্ৰহ থাকে তেতিয়া দুয়োটা নক্ষত্ৰত সপ্ত শলকা বেধ হয়। ইয়াত বিবাহ নিষেধ। উত্তৰাষাঢ়াৰ শেষ পোন্ধৰ দণ্ড আৰু শ্ৰৱণাৰ প্ৰথম চাৰি দণ্ড অভিজিৎ হয়, ইয়াৰ লগত ৰোহিণীৰ বেধ হয় ॥

**বেধ নিয়ম** যথা,—কৃত্তিকাৰ লগত শ্ৰৱণাৰ, মৃগশিৰাৰ লগত উত্তৰাষাঢ়াৰ, মঘাৰ লগত ভৰণীৰ, পূৰ্ব্ব ফাল্গুণীৰ লগত অশ্বিনীৰ ইত্যাদি। শুভেই হওক, অথবা অশুভেই হওক কোনো গ্ৰহ এই নক্ষত্ৰ দুটাত থাকিলে বিবাহ পতা মঙ্গল

জনক নহয়। যি কন্যাৰ সপ্তশলকা বেধত বিবাহ হয় সেই কন্যাই বিবাহত পিন্ধা কাপোৰেৰেই স্বামীৰ শ্মশান ভূমিলৈ যাব লগা হয় অৰ্থাৎ সপ্তশলকা বেধত বিবাহ হলে কন্যা বিধবা হয়॥ যথা,—

কৃত্তিকাদি চতুঃ সপ্ত ৰেখা বাশৌ পৰিভ্ৰমন্।
কৃত্তিকাদি চতুঃ সপ্ত ৰেখা বাশৌ পৰিভ্ৰমন্।
গ্ৰহশ্চেদেক ৰেখাস্থো বেধং সপ্তশলাকজঃ॥
বৈশ্বস্য চতুৰ্থাংশে শ্ৰৱণাদৌলিপ্তিকাচতুষ্কে
অভিজিত্তৎস্থে খেচৰে বিজ্ঞেয়া ৰোহিণী বিদ্ধা॥ ২৩

ইতি দীপিকায়াং।

## অথ সপ্তশলাক-চক্ৰং।

| | | | | | | | | |
|---|---|---|---|---|---|---|---|---|
| | ৩ | ৪ | ৫ | ৬ | ৭ | ৮ | ৯ | |
| ২ | | | | | | | | ১০ |
| ১ | | | | | | | | ১১ |
| ২৭ | | | | | | | | ১২ |
| ২৬ | | | | | | | | ১৩ |
| ২৫ | | | | | | | | ১৪ |
| ২৪ | | | | | | | | ১৫ |
| ২৩ | | | | | | | | ১৬ |
| | ২২ | ০ | ২১ | ২০ | ১৯ | ১৮ | ১৭ | |

যস্যাঃ শশী সপ্তশলাক ভিন্নঃ পাপৈৰপাপৈৰথবা বিবাহে।
ৰক্তাংশুকেনৈৰৰুৰোদমানা শ্মশানভূমিং প্ৰমদা প্ৰয়াতি ॥ ২৩

ইতি জ্যোতিষতত্ত্বে ॥ ২৪

অথ **ইন্দ্ৰষ্টম দোষ বিচাৰ**—কোনো শুভ কাম চন্দ্ৰৰ অষ্টমত পাপ গ্ৰহ থাকিলে কৰা বিধেয় নহয়। শুভ কামত অষ্টমত থকা গ্ৰহ বিশেষ ফল বেলেগ হয়। যথা চন্দ্ৰৰ অষ্টমত ৰবি থাকিলে শোক আৰু ৰোগ ভয়। মঙ্গল থাকিলে ভূমি নাশ, শনি থাকিলে মূৰত বজ্ৰপাত পৰে আৰু পেটৰ বেমাৰ হয়।

ভোজ দেবৰ মতে—কৰ্ম্মকালীন লগ্নৰ অষ্টমত পাপ গ্ৰহ থাকিলেও অথবা পাপ গ্ৰহৰ সপ্তমত চন্দ্ৰ থাকিলেও অশুভ হয়। যথা:—

"মৃত্যুস্থানে শশাঙ্কাজ্জনয়তি চ ভয়ং তিগ্মৰোচিৰ্ন্নৰাণাং।
বন্ধুনাং শোকমুগ্ৰং বিবিধগদভয়ং ভূমিজোভূমিনাশং ॥ ২৫
মাৰ্ত্তণ্ডিৰ্ব্বজ্ৰপাতং জঠৰগদভয়ং সৰ্ব্বদা শান্তিকৰ্ম্মে।
তস্মাৎপীয়ূষ ভানোৰ্নিপতন ভবনে নৈব পাপাঃপ্ৰশস্তাঃ ॥ ২৬

ইতি কৃত্যচিন্তামণৌ।

অপিচ,—(প্ৰভাকৰভট্টঃ) চন্দ্ৰান্নিধনগে পাপে নিধনং পৰিকীৰ্ত্তিতং ॥

প্ৰতি প্ৰসব যথা,—কৰ্ম্ম কালত চন্দ্ৰ যি নক্ষত্ৰত থাকে সেই নক্ষত্ৰৰ পৰা যোল নক্ষত্ৰত যদি ৰবি, মঙ্গল অথবা শনি থাকিলে হে বিবাহাদি শুভ কাৰ্য্যত দোষ আছে কিন্তু যোল নক্ষত্ৰগত নহলে বিবাহাদি কামত কোনো দোষ নাই। যথা,—

চন্দ্ৰস্থিতৰ্ক্ষাদ্ যদি ষোড়শৰ্ক্ষে সূৰ্য্যাৰ মন্দাঃসমুপাবহন্তি।
তদা বিবাহং ব্ৰতবন্ধ চূড়াং সৰ্ব্বং ন কাৰ্য্যং মুনয়ো বদন্তি ॥২৭

**গোধূলি যোগত বিবাহ বিচাৰ**—শুভ কামৰ য'ত বিবাহৰ বিশুদ্ধ লগ্ন পোৱা নেযায় তাত মুনি সকলে গোধূলিৰ সময় থিক কৰিছে যথা,—

লগ্নং যদা নাস্তি বিশুদ্ধমন্যদ্ গোধূলিকাং তত্ৰ শুভাং বদন্তি।
লগ্নে বিশুদ্ধে সতি বীৰ্য্যযুক্তে গোধূলিকা নৈব ফলং বিধত্তে ॥২৮
ইতি সাৰ সংগ্ৰহে।

**উপদেশ**—ভৃগু মুনিৰ মতে আঘোন, মাঘ, আৰু ফাগুনত পশ্চিম কালে ৰশ্মি হীন ঘূৰণীয়া ৰঙা বেলি সন্ধ্যাৰ আগত হোৱা সময়কে গোধূলী বোলে। জেঠ আহাৰত বেলি আধা পৰিব লাগে। বহাগ মাহত বেলি পৰিব নেলাগে আৰু ফাগুণ মাহত বেলি মাৰ যাব লাগে থিক এনে সময়কে গোধূলি বোলে। এই সময়ত বিবাহাদি কাৰ্য্য শুভ হয়। কিয়নো এই সময়ত গ্ৰহ নক্ষত্ৰাদি আৰু বাৰ তিথ্যাদি সকলো শুভ দায়ক হয় ॥

কিন্তু এই সময় ভাল হলেও মাহ বিশেষে শুভ নহয় যেনে আঘোন আৰু মাঘ মাহৰ গোধূলিত শুভ কৰ্ম্মত প্ৰাণ নাশ কাৰক হয়। ৰাঘবাচাৰ্য্যৰ মতে—উত্তম বৰ্ণৰ বাহিৰে অপৰ হীন বৰ্ণৰ হে বিবাহ গোধূলি সময়ত শুভ দায়ক হয়। যথা :—

"মাৰ্গ শীৰ্ষে তথা মাঘে গোধূলি প্ৰাণ নাশিনী ॥ ২৯

ইতি জ্যোতিঃ।

লগ্নে চোত্তম বৰ্ণানাং শুদ্ধৌ পানিগ্ৰহো মতঃ।
বিবাহে হীন বৰ্ণস্য গোধূলি তু প্ৰশস্যতে ॥২৯

ইতি ৰাঘবাচাৰ্য্যঃ।

অথ **মাস দগ্ধা** বিচাৰ—মীন আৰু ধনু ৰাশিত ৰবি থাকিলে দ্বিতীয়া·তিথি দগ্ধা হয়। এইদৰে বৃষ আৰু কুম্ভত চতুৰ্থী দগ্ধা, মেষ আৰু কৰ্কট ৰাশিত ষষ্ঠী, কন্যা আৰু মিথুনত অষ্টমী, বিছা আৰু সিংহত দশমী, মকৰ আৰু তুলাত ৰবি থাকিলে দ্বাদশী তিথি দগ্ধা হয়। ইয়াকে মাস দগ্ধা বোলে। এই যোগত জাত সন্তান ইন্দ্ৰতুল্য হলেও জীয়াই নেথাকে। মাস দগ্ধাত বিবাহ হলে কন্যা বিধবা, যাত্ৰাত মৰণ কৃষি আৰু বাণিজ্যত নিস্ফল, বিদ্যাৰম্ভত মূৰ্খতা, গৃহ প্ৰবেশত গৃহ ভঙ্গ, চূড়াত মৰণ, ঋণ দানত ফলাভাব আৰু উপনয়ন আৰু দানত নিস্ফল হয়। এতেকে জ্ঞানী সকলে কোনো শুভ কাম মাস দগ্ধাত কৰা বিধেয় নহয়। যথা,—

দ্বিতীয়া মীন ধনুষোশ্চতুৰ্থী বৃষ কুম্ভয়োঃ ।
মেষ কৰ্কটয়োঃ ষষ্ঠী কন্যা মিথুনকেঽষ্টমী ॥
দশমী বৃশ্চিকে সিংহে দ্বাদশী মকৰে তুলে ।
এভির্জাতোনজীবেত যদি শক্ৰ সমোভবেৎ ।
বিবাহে বিধবা নাৰী যাত্ৰায়াং মৰণং ভবেৎ ।
নিস্ফলং কৃষি বাণিজ্যং বিদ্যাৰম্ভে চ মূৰ্খতা
গৃহ প্ৰবেশে ভঙ্গঃস্যাচ্চূড়ায়াং মৰণং ধ্ৰুবং ।
ঋণ দানে ফলং নাস্তি ব্ৰতদানে চ নিস্ফলে ।
শুভ কৰ্ম্মানি সৰ্ব্বানি নৈব কুৰ্য্যাদ্বিচক্ষণঃ ॥ ৩০

ইতি ৰাজ মাৰ্ত্তণ্ডে ।

অথ **চন্দ্ৰ দগ্ধা** বিচাৰ,—মেষ আৰু কৰ্কট ৰাশিত চন্দ্ৰ থাকিলে ষষ্ঠী তিথি দগ্ধা হয় । এইদৰে কন্যা আৰু মিথুন ৰাশিত অষ্টমী, সিংহ আৰু বিছা ৰাশিত দশমী, তুলা আৰু মকৰ ৰাশিত দ্বাদশী, ধনু আৰু মীন ৰাশিত দ্বিতীয়া, বৃষ আৰু কুম্ভ ৰাশিত চন্দ্ৰ থাকিলে চতুৰ্থী তিথি দগ্ধা হয় । এই বিলাক দগ্ধা তিথিত সকলো কাৰ্য্যই ত্যাগ কৰা বিধেয় । যথা,—

ষষ্ঠী মেষ কুলীৰয়োৰ্হি মকৰে কন্যা যুগে চাষ্টমী
সিংহে বৃশ্চিক ৰাশি গেচ দশমী তৌলৌ মৃগে দ্বাদশী ।
চাপে চাথ ঝষে দ্বিকা যদি বৃষে কুম্ভে চতুৰ্থী যদা
দগ্ধাখ্যাস্তিথয়ো বদন্তি মুনয়স্ত্যাজ্যা সদা কৰ্ম্মসু ॥ ৩১

ইতি জ্যোতিষতত্ত্বে ।

বিবাহে **দশ যোগ ভঙ্গ** বিচাৰ,—কৰ্ম্মকালীন যি নক্ষত্ৰত বিবাহ হয় সেই নক্ষত্ৰ আৰু সেইদিনা ৰবি যি নক্ষত্ৰত থাকে এই দুই নক্ষত্ৰৰ অঙ্কক যোগ কৰিলে যদি ১, ৪, ৬, ১০, ১১, ১৫, ১৮, ১৯, ২০, ২৭, এইবিলাক অঙ্কৰ কোনো অঙ্ক হয় তেতিয়া খৰ্জ্জুৰ বেধ অৰ্থাৎ দশ যোগ ভঙ্গ দোষ হয়। যদি সেই দুই নক্ষত্ৰৰ অঙ্কৰ যোগ ফল ২৭ অঙ্কত কৈ বেচি হয় তেতিয়া ২৭ ৰে হৰণ কৰিলে যদি ওপৰত দিয়া দহ অঙ্কৰ কোনো অঙ্ক বাকী থাকে তেতিয়াও দশ যোগ ভঙ্গ হয়। এই দশ যোগ ভঙ্গ দোষত কৰ্ণবেধ, বিবাহ উপনয়ন, পুংসবন, অন্নপ্ৰাশন আৰু চূড়া কাৰ্য্যা দি নিষিদ্ধ। যথা,—

তিথ্যঙ্গ বেদৈক দশোনবিংশ ভৈকাদশাস্টাদশ বিংশ সংখ্যাঃ।
ইষ্টোড়ুনা সূৰ্য্যযুতোড়ুনাচ যোগাদমুশ্চেদ্দশ যোগ ভঙ্গঃ॥ ৩২

ইতি জ্যোতিষতত্বে।

## অথ বিদ্ধনক্ষত্ৰ চক্ৰম্।

বিদ্ধনক্ষত্ৰৰ চক্ৰ—ৰেখাৰ ওপৰত অশ্লেষা নক্ষত্ৰ ৰাখি সোঁফালে মঘাদি নক্ষত্ৰাঙ্ক বহুৱালে সহজে দশ যোগ ভঙ্গ জনা যায়। যথা,—

৯

| | |
|---|---|
| | ১০ |
| ৮ | ১১ |
| ৭ | ১২ |
| ৬ | ১৩ |
| ৫ | ১৪ |
| ৪ | ১৫ |
| ৩ | ১৬ |
| ২ | ১৭ |
| ১ | ১৮ |
| ২৭ | ১৯ |
| ২৬ | ২০ |
| ২৫ | ২১ |
| ২৪ | ০ |
| ২৩ | |

২২

কৰ্ম্ম কালীন নক্ষত্ৰ আৰু সূৰ্য্য ভোগ্য নক্ষত্ৰ একে ৰেখাত পৰিলে দশ যোগ ভঙ্গ দোষ হয়। ইয়াত বিবাহাদি পতা শাস্ত্ৰত বাধা আছে। যথা ৰাজমাৰ্ত্তণ্ডে।

বিবাহে চ প্ৰতিষ্ঠায়াং ব্ৰতে পুংসবনে তথা।
কৰ্ণবেধাদি চুড়ায়াং বিদ্ধমৃক্ষং বিবৰ্জ্জয়েৎ॥ ৩১

তথাচ বৰাহ ঃ—

দশযোগভঙ্গে পৰে মহামাৰী সপ্তশলাকে বিধবা নাৰী।
যামিত্ৰ বেধে ধনপুত্ৰ নাশং বদতি বৰাহঃ স্বামী বিনাশং॥ ৩৩

**দশ যোগ ভঙ্গৰ** প্ৰতি প্ৰসব,—দশ যোগ ভঙ্গ হ'লে ৰবি যদি নক্ষত্ৰৰ প্ৰথম পাদত থাকে তেতিয়া বিবাহৰ নক্ষত্ৰৰ চতুৰ্থ পাদতহে দশযোগ ভঙ্গৰ দোষ হয়, বাকী কেই পাদত বিবাহ হ'ব পাৰে। ৰবি দ্বিতীয় পাদত থাকিলে তৃতীয় পাদত, চতুৰ্থত থাকিলে প্ৰথম পাদত আৰু তৃতীয়ত থাকিলে দ্বিতীয় পাদত দোষ হয়। যথা,—

আদ্য পাদে স্থিতে সূৰ্য্যে তুৰীয়াংশং প্ৰতুয্যতি।
দ্বিতীয়স্থে তৃতীয়ন্তু বিপৰীত মতোঽন্যথা ॥
আদ্যাংশে চতুৰ্থাংশং চতুৰ্থাংশেন চাদিকম্।
দ্বিতীয়েন তৃতীয়ন্তু তৃতীয়েন দ্বিতীয়কং ॥ ৩৪

ইতি স্বৰোদয়ে ॥

অথ বিবাহেগ্ৰহশুদ্ধিবিশেষ বিচাৰম্।

**বৰ** আৰু কন্যাৰ বিবাহত নানা ৰকম বিচাৰ ভাল থাকিলেও ৰবি, চন্দ্ৰ, তাৰা আৰু গুৰু এই চাৰিটা বিশেষ ভাবে চাব লাগে। এই চাৰিটা বিবাহত শুদ্ধ হলে বিবাহ শুভ দায়ক হয়। গুৰুৰ দ্বাৰা বিবাহ যোগ নিৰ্ব্বন্ধ হয় আৰু বাকী যোগাদি শুভাশুভৰ পৰা বিবাহৰ শুভাশুভ ফল জনা যায়। এই যোগ বলৰ শক্তিয়েই, অৰ্থাৎ পুৰুষ আৰু স্ত্ৰী গ্ৰহৰ শুভত্বই বিবাহৰ কাৰ্য্য শুভ সম্পাদন হয়। যথা,—

গোচৰ শুদ্ধ মিন্দুং কন্যায়াঃ যত্নতঃ শুভং ।
তিগ্মা কিৰণং বৰস্য যত্নেন পৰিলক্ষয়েৎ ॥ ৩৫
ইতি বিবাহ পটলে ।

ৰবি শুদ্ধি থাকিলে ঘৰ সজা, বা ঘৰ লোৱা, ৰবি আৰু গুৰু শুদ্ধিত ব্ৰত আৰু বিবাহ কাম, তাৰা শুদ্ধিত ক্ষুৰৰ কাম আৰু বাকী যাবতীয় শুভ কাম চন্দ্ৰশুদ্ধিত কৰা বিধেয় যথা ঃ—

ৰবি শুদ্ধৌ গৃহকৰণম্ ৰবি গুৰু শুদ্ধৌ ব্ৰতোদ্বাহৌ ।
ক্ষৌৰং তাৰা শুদ্ধ্যা শেষং চন্দ্ৰাশ্ৰিতং কৰ্ম্ম ॥ ৩৬
ইতি ৰাজ মাৰ্ত্তণ্ডে ।

অথ **ৰবি** শুদ্ধি,—জাতকৰ জন্ম ৰাশিৰ পৰা তৃতীয়, ষষ্ঠ, দশম বা একাদশ স্থানত ৰবি শুদ্ধ হয় । ইয়াৰ বাহিৰে মাহৰ তেৰ দিনৰ পাচত দ্বিতীয়, পঞ্চম, আৰু নৱম স্থান গত ৰবিও শুদ্ধ হয় । যথা,—

জন্মৰাশেঃ শুভঃ সূৰ্য্যস্ত্ৰী ষষ্ঠ দশ লাভগঃ ।
ৰবিশ্চাশুভ ৰাশিস্থ শুভ ৰাশিং গমিষ্যতি ।
ত্যক্ত্বা ত্ৰয়োদশাহানি শেষং ভদ্ৰক মাদিশেৎ ॥ ৩৭
ইতি ৰাজ মাৰ্ত্তণ্ডে ।

অথ **চন্দ্ৰ বল** বিচাৰ,—কৰ্ম্ম কালত কৰ্ম্ম কৰ্ত্তাৰ জন্ম ৰাশিত, তৃতীয়ত, ষষ্ঠত, সপ্তমত, দশমত আৰু একাদশ গত

চন্দ্ৰ শুভকাৰক হয়। বাকী ৰাশিগত চন্দ্ৰ অশুভ ফল দাতা। কিন্তু শুক্লপক্ষৰ দ্বিতীয়, পঞ্চম, আৰু নৱম চন্দ্ৰও শুভ ফল কাৰক। যথা,—

সপ্তমো প্চয়াদ্যস্থশ্চন্দ্ৰঃ সৰ্ব্বত্ৰ শোভনঃ।
শুক্ল পক্ষে দ্বিতীয়স্তু পঞ্চমো নবমস্তথা ॥ ৩৮

ইতি জ্যোতিষতত্ত্বে।

**লগ্ন-চন্দ্ৰ** বিচাৰ,—চন্দ্ৰ শুদ্ধি থাকিলে আৰু কোনো গ্ৰহৰ বল বিচাৰ কৰাৰ প্ৰয়োজন নাই। কাৰ্য্য ফলৰ যেতিয়া লগ্ন-আত্মা, আৰু চন্দ্ৰ-মন, তেতিয়া আৰু অইন গ্ৰহৰ শুদ্ধিৰ অনাৱশ্যক। সকলো কামতে যেতিয়া "চিত্ত শুদ্ধি গৰিয়সী" তেতিয়া লগ্ন আৰু চন্দ্ৰ শুদ্ধি অনুসাৰে কৰ্ম্মৰ শুভাশুভ বিচাৰ হয়। যথা কৌমুদে—

বৰ্জ্জয়িত্বা বলং সৰ্ব্বং তস্মাচ্চন্দ্ৰ বলং বলম্।
লগ্নমাত্মা চন্দ্ৰমাশ্চ মনঃ কাৰ্য্য ফলং প্ৰতি ॥
সদা সৰ্ব্বেষু কাৰ্য্যেষু চিত্ত শুদ্ধিৰ্বিশেষতঃ।
তস্মা ল্লগ্নাচ্ছশাঙ্কাচ্চ নৰানাং ফলমাদিশেৎ ॥ ৩৯

অপিচ ৰাজ মাৰ্ত্তণ্ডে যথা—

তিথিৰেক গুণাঃ প্ৰোক্তা বাৰাশ্চৈব চতুৰ্দ্দশ।
ঋক্ষং ষোড়শমিত্যাহু যোগশ্চাপি শতাধিকঃ।
সমস্ৰাদধিকঃ সূৰ্য্যশ্চন্দ্ৰো লক্ষ গুণান্বিতঃ।
বৰ্জ্জয়িত্বা বলং সৰ্ব্বং তস্মাচ্চন্দ্ৰ বলং বলম্ ॥৬

**বিশেষ জানিব লগা।**—শুক্ল পক্ষত চন্দ্ৰ বলবান অ'ক কৃষ্ণ পক্ষত তাৰা বলবান। এই চন্দ্ৰ আৰু তাৰা উভয় শুভ হলে কৰ্ম্ম কৰ্ত্তাই আশুশীঘ্ৰে কৰ্ম্ম ফল ভোগ কৰে। যথা—

কৃষ্ণে বলৱতী তাৰা শুক্লে চন্দ্ৰোবলোত্তৰঃ।
তস্মাৎ কাৰ্য্যং প্ৰযত্নেন সুশুদ্ধে চন্দ্ৰ তাৰকে॥ ৪০
ইতি দীপিকায়াং।

**তাৰা বল** বিচাৰ—মুক্তাৱলী মতে যেনেকৈ স্বামী কাৰ্য্যবশত ঘৰত নেথাকিলে বিদেশ যাত্ৰা বা ৰোগী হলে স্ত্ৰীয়েই ঘৰৰ সকলো কাম কৰিব লাগে সেইদৰে কৃষ্ণ পক্ষৰ চন্দ্ৰৰ বল হ্ৰাসতা হোৱাৰ কাৰণে তাৰা বলেই গ্ৰাহ্য। যথা—

ন কৃষ্ণ পক্ষে শশিনঃ প্ৰভাবঃ তাৰাবলং তত্ৰ বিচাৰণীয়ং।
বিদেশ সংস্থে বিকলেঽপি পত্যৌ সৰ্ব্বানি কৰ্ম্মানি-
কৰোতি নাৰী॥ ৪১

কৰ্ম্ম কৰ্ত্তাই চন্দ্ৰ আৰু তাৰাৰ শুদ্ধতাত যি সৎকৰ্ম্ম কৰে সেই কৰ্ম্মত কোনো বাধা বিঘিনি উপস্থিত নহয়। আৰু সেই কৰ্ম্মৰ সুফল অচিৰে ভোগ কৰে। যথা—

তাৰা চন্দ্ৰ বলে প্ৰাপ্তে দোষাশ্চান্যে ভবন্তি যে।
তে সৰ্ব্বে বিলয়ং যান্তি সিংহং দৃষ্ট্বা গজাইৱ॥ ৪২
ইতি কৌমুদে।

অথ ঘাতচন্দ্র বৰ্জ্জনম্ ।

১ ৫ ৯ ২ ৬ ১০ ৩ ৭
চন্দ্র ভূত গ্ৰহ নেত্ৰ ৰস দিগ্ বহ্নি সাগৰাঃ।
৪ ৮ ১১ ১২
বেদ সিদ্ধি শিবা দিত্যা ঘাত চন্দ্রঃ প্ৰকীৰ্ত্তিতাঃ ॥ ৪৩
ইতি গৰ্গঃ ।

মেষ ৰাশি জাতকৰ জন্মচন্দ্র ঘাত হয়। এইদৰে বৃষ ৰাশিৰ পঞ্চম চন্দ্র, মিথুন ৰাশিৰ নবম চন্দ্র, কৰ্কট ৰাশিৰ দ্বিতীয় চন্দ্র, সিংহ ৰাশিৰ ষষ্ঠ চন্দ্র, কন্যা ৰাশিৰ দশম চন্দ্র, তুলা ৰাশিৰ তৃতীয় চন্দ্র, বিছা ৰাশিৰ সপ্তম চন্দ্র, ধনু ৰাশিৰ চতুৰ্থ চন্দ্র, মকৰ ৰাশিৰ অষ্টম চন্দ্র, কুম্ভ ৰাশিৰ একাদশ চন্দ্র আৰু যাৰ মীন ৰাশি হয় সেই জাতকৰ দ্বাদশ চন্দ্র ঘাত চন্দ্র হয় ॥ ৪৩

অথ ঘাতচন্দ্র মাহ ফল।

ঘাতচন্দ্রে কৃতাযাত্রা কৃতোদ্ বাহাদি মঙ্গলম্।
দুঃখায় মৰণায়ৈব গৰ্গাচাৰ্য্যেন ভাষিতম্ ॥ ৪৪

ঘাত চন্দ্রত যি লোকে যাত্রা অথবা বিবাহাদি মাঙ্গলিক কৰ্ম্ম কৰে তেওঁৰ কষ্ট অথবা মৃত্যু হয় বুলি গৰ্গ মুনিয়ে থিক কৰিছে ॥ ৪৪

## অথ চন্দ্ৰ-তাৰাদ্যশুভ প্ৰতিকাৰঃ।

কৰ্ম্ম কুৰ্য্যাৎ ফলা বাপ্তৌ চন্দ্ৰাদি শোভনে বুধঃ।
সুস্থ কালে ত্বিদং সৰ্ব্বং নাৰ্ত্তঃ কালমপেক্ষতে ॥ ৪৫

ইতি জ্যোতিষতত্ত্বে।

চন্দ্ৰে চ শঙ্খং লবণঞ্চ তাৰে তিথাবভদ্ৰে সিত তণ্ডুলাংশ্চ।
ধান্যঞ্চ দদ্যাৎ কৰণৰ্ক্ষ বাৰে যোগে তিলান্ হেম মণিঞ্চ লগ্নে ॥৪৬

ইতি মুক্তাবল্যাং।

কালৰ কাম কালত কৰিবলৈ লওতে যদি চন্দ্ৰ আৰু তাৰাদি অনেক অশুভ হয় তেতিয়া অশুভ স্বত্বেও কৰ্ম্ম পতিত ৰাখিবলৈ জ্ঞানী সকলে বাধা দিছে। এনে অৱস্থাত গ্ৰহৰ প্ৰতীকাৰ কৰি কৰ্ম্ম কৰ্ত্তাই কৰ্ম্ম কৰিবলৈ শাস্ত্ৰত মত দিছে।

**প্ৰতিকাৰ** যথা—চন্দ্ৰ অশুভ থাকিলে শঙ্খ দান দিব। তাৰা অশুভত লোন দান, তিথি অশুভত আৰৈ চাউল দান, অশুভ কৰণ, নক্ষত্ৰ অথবা বাৰত ধান দান, অশুভ যোগত তিল দান আৰু অশুভ লগ্ন হলে সোন আৰু মণি দান বিধেয় ॥ ৪৬

### চন্দ্ৰস্য বিশেষঃ।

শ্বেতং বাসঃ সিতা ধেনুঃ শঙ্খো বা ক্ষীৰ পূৰিতঃ।
দেয়ো বা ৰাজতশ্চন্দ্ৰশ্চন্দ্ৰ দোষো পশান্তয়ে ॥ ৪৭

ইতি জ্যোতিষে।

চন্দ্ৰ অশুভ হলে দোষ শান্তিৰ বাবে বগা কাপোৰ, বগা গৰু, আৰু গাখীৰেৰে ভৰা শঙ্খ অথবা ৰূপৰ চন্দ্ৰ দান দিব ॥ ৪৭

অথ তাৰাশুদ্ধি মাহ।

জন্ম সম্পৎ বিপৎ ক্ষেমঃ প্ৰত্যৰি সাধকো বধঃ।
মিত্ৰং পৰম মিত্ৰঞ্চ নব তাৰাঃ প্ৰকীৰ্ত্তিতাঃ ॥ ৪৮
সৰ্ব্ব মঙ্গল কৰ্ম্মানি ত্ৰিষু জন্মসু কাৰয়েৎ।
বিবাহ শ্ৰাদ্ধ ভৈষজ্য যাত্ৰা ক্ষৌৰাণি বৰ্জ্জয়েৎ ॥ ৪৯

ইতি কৌমুদে।

জন্ম নক্ষত্ৰৰ পৰা নটাকৈ তাৰা বিচাৰ হয় যেনে জন্ম, সম্পদ, বিপদ, ক্ষেম, প্ৰত্যৰি, সাধক, বধ, মিত্ৰ আৰু পৰম মিত্ৰ।

ইয়াৰ ভিতৰত বিপদ, প্ৰত্যৰি, আৰু বধ তাৰা অশুভ বাকী বিলাক তাৰা শুভ। এই শুভ তাৰাত সকলো শুভ কাৰ্য্য প্ৰশস্ত। কিন্তু বিবাহ, শ্ৰাদ্ধ, ঔষধসেৱন, যাত্ৰা, আৰু ক্ষৌৰ কাম তিনটা জন্ম তাৰাত কৰা দোষাবহ বুলি শাস্ত্ৰত উল্লেখ আছে।

অথ প্ৰত্যৰিষু বিশেষ কথনং।—জন্ম নক্ষত্ৰৰ পৰা পঞ্চম, চতুৰ্দ্দশ আৰু ত্ৰয়োবিংশ নক্ষত্ৰক যথাক্ৰমে প্ৰথম, দ্বিতীয়, আৰু তৃতীয় প্ৰত্যৰি বোলে। প্ৰথম প্ৰত্যৰিত যাত্ৰাদি শুভ কাম কৰিলে সিদ্ধ হয়, দ্বিতীয় প্ৰত্যৰিত সকলো কামেই শুভ

ফল দায়ক কিন্তু তৃতীয় প্ৰত্যৰিত শুভ কাম কৰিলে কামৰ ফল নষ্ট হয়। এতেকে এই প্ৰত্যৰিত শুভকাম নিষিদ্ধ যথা,—

পাপাখ্যাতু ত্ৰিবিধা পঞ্চ চতুৰ্দ্দশ-বিংশতিস্ত্ৰীযুতা।
সিদ্ধি ফলা বৃদ্ধিকৰী বিনাশ সংজ্ঞা ক্ৰমাৎ কথিতা॥ ৫০
ইতি যাত্ৰা প্ৰকৰণে।

## অথ তাৰা প্ৰতীকাৰ মাহ।

বিপদ তাৰাত গুড়, জন্ম তাৰাত শাক, প্ৰত্যৰিত লোণ আৰু বধ তাৰাত তিল সোণ দান কৰি যাত্ৰাদি শুভ কাম কৰিব লাগে।

বিপত্তাৰে গুড়ং দদ্যাৎ শাকং দদ্যাৎ ত্ৰিজন্মনি।
প্ৰত্যৰৌ লবনং দদ্যান্নিধনে তিল কাঞ্চনং॥ ৫১
ইতি বামন পুৰাণে।

## অথ গ্ৰহাণাং গোচৰাপবাদ মাহ।

ত্ৰয়োদশ দিনান্যৰ্কোদশ ষড়্ ধৰণী সুতঃ।
সাৰ্দ্ধং দিনঞ্চ শীতাংশুৰ্ম্মাসমেকা দশংতমঃ।
সৌৰিঃ পাদাধিকং বৰ্ষং মাসানষ্টৌ বৃহস্পতিঃ।
ভৰণ্যৰ্দ্ধং ভৃগুঃ সৌম্যো যাবদ্ৰাশ্য শুভাঃ ফলম্॥
কষ্টং ব্ৰতাদিকে দদ্যাৰ্ণ তথা শেষ ভাগগাঃ॥ ৫২
ইতি জ্যোতিষতন্ত্ৰে।

ৰবি এক ৰাশিত এমাহ ভোগ কৰে। ৰবি বিৰুদ্ধ হলে মাহৰ তেৰ দিনৰ পাচত শুভ ফল দাতা হয়। এইদৰে মঙ্গল ত্ৰিপক্ষৰ ভিতৰত যোল দিনৰ পাচত, চন্দ্ৰ দুইদিন পোন্ধৰ দণ্ডৰ ভিতৰত দেড় দিনৰ, ৰাহু দেড় বছৰৰ ভিতৰত এঘাৰ মাহৰ, শনি আঢ়ৈ বছৰৰ ভিতৰত এবছৰ তিনি মাহৰ, বৃহস্পতি এবছৰৰ ভিতৰত আঁঠ মাহৰ, শুক্ৰ আঠাইশ দিনৰ ভিতৰত চৌধ দিনৰ, আৰু বুধ ওঠৰ দিনৰ ভিতৰত ন' দিনৰ পিছত শুভ ফল দান কৰে। গ্ৰহৰ এই নিৰূপিত সময়ৰ আগত শুভ কাম বিধেয় নহয়॥ ৫২

## অথ গ্ৰহানাম্ অষ্টবৰ্গ বিচাৰম্ ।

অষ্টবৰ্গত গ্ৰহবিলাকৰ শুভাশুভ বিশেষভাবে বিচাৰ হয়। যাত্ৰা, বিবাহ, অভিষেক, চূড়াকৰণ আৰু উপনয়নাদি যাবতীয় গৃহস্থৰ শুভ কৰ্ম্মবিলাক গ্ৰহশুদ্ধত আৰু শুভ মাহত হোৱা বাঞ্চনীয়। গোচৰত গ্ৰহ শুদ্ধি নেথাকি অষ্টবৰ্গত শুদ্ধ থাকিলে বিবাহাদি কৰ্ম্মত একো অশুভ নহয়। এয়ে অষ্টবৰ্গৰ বিশেষত্ব।

কৰ্ম্মকৰ্ত্তাৰ জন্ম কুণ্ডলিৰ জন্মলগ্ন আৰু প্ৰত্যেক স্থিতি-গ্ৰহ সাতজনৰ পৰা কৰ্ম্মকালিন গ্ৰহলৈ গণনা কৰিলে তলত দিয়া গ্ৰহ বিশেষে অঙ্ক ওলালে অষ্টবৰ্গ মতে সেই গ্ৰহে শুভফল দিব। এইদৰে চালে যদি চাৰিটা গ্ৰহৰ লিখিত

অঙ্ক মাত্ৰ পোৱা হয় তেতিয়া সামান্য শুভ হয়। ইয়াতকৈ কম গ্ৰহৰ অঙ্ক পৰিলে অষ্টবৰ্গত গ্ৰহ অশুভজনক বুলি ধৰিব লাগে ॥—

## অথ অষ্টবৰ্গগণনা চক্ৰম্।

| সূৰ্য্যাষ্ট বৰ্গ ৰেখা ৪৮ | চন্দ্ৰাষ্ট বৰ্গ ৰেখা ৪৯ | কুজাষ্ট বৰ্গ ৰেখা ৩৯ |
|---|---|---|
| ৰ ১।২।৪।৭।৮।৯।১০।১১ | ৰ ৩।৬।৭।৮।১০।১১ | ৰ ৩।৫।৬।১০।১১ |
| চ ৩।৬।১০।১১ | চ ১।৩।৬।৭।১০।১১ | চ ৩।৬।১১ |
| ম ১।২।৪।৭।৮।৯।১০।১১ | ম ২।৩।৫।৬।৯।১০।১১ | ম ১।২।৪।৭।৮।১০।১১ |
| বু ৩।৫।৬।৯।১০।১১।১২ | বু ১।৩।৪।৫।৭।৮।১০।১১ | বু ৩।৫।৬।১১ |
| গু ৫।৬।৯।১১ | গু ১।৪।৭।৮।১০।১১।১২ | গু ৬।১০।১১।১২ |
| শু ৬।৭।১২ | শু ৩।৪।৫।৭।৯।১০।১১ | শু ৬।৮।১১।১২ |
| শ ১।২।৪।৭।৮।৯।১০।১১ | শ ৩।৫।৬।১১।- | শ ১।৪।৭।৮।৯।১০।১১ |
| লং ৩।৪।৬।১০।১১।১২ | লং ৩।৬।১০।১১।- | লং ১।৩।৬।১০।১১ |
| **বুধাষ্ট বৰ্গ ৰেখা ৩৯** | **গুৰ্ৰ্বষ্ট বৰ্গ ৰেখা ৫৬** | **শুক্ৰাষ্ট বৰ্গ ৰেখা ৫২** |
| ৰ ৫।৬।৯।১১।১২ | ৰ ১।২।৩।৪।৭।৯।১০।১১ | ৰ ৮।১১।১২ |
| চ ২।৪।৬।৮।১০।১১ | চ ২।৫।৭।৯।১১ | চ ১।২।৩।৪।৫।৮।৯।১১।১২ |
| ম ১।২।৪।৭।৮।৯।১০।১১ | ম ১।২।৪।৭।৮।১০।১১ | ম ৩।৪।৬।৯।১১।১২ |
| বু ১।৩।৫।৬।৯।১০।১১।১২ | বু ১।২।৪।৫।৬।৯।১০।১১ | বু ৩।৫।৬।৯।১১ |
| গু ৬।৮।১১।১২ | গু ১।২।৩।৪।৭।৮।১০।১১ | গু ৫।৮।৯।১০।১১ |
| শু ১।২।৩।৪।৫।৮।৯।১১ | শু ২।৫।৬।৯।১০।১১ | শু ১।২।৩।৪।৫।৮।৯।১০।১১ |
| শ ১।২।৪।৭।৮।৯।১০।১১।১২ | শ ৩।৫।৬।১২ | শ ৩।৪।৫।৮।৯।১০।১১ |
| লং ১।২।৪।৬।৮।১০।১১ | লং ১।২।৪।৫।৬।৭।৯।১০।১১ | লং ১।২।৩।৪।৫।৮।৯।১১ |

| শনিষ্ঠ বর্গ ৰেখা ৩৬ | লগ্নাষ্ট বর্গ ৰেখা ৪৯ | ৰাহু অষ্টবৰ্গ ৰেখা ৩৯ | |
|---|---|---|---|
| ৰ ১।২।৪।৭।৮।১০।১১ | ৰ ৩।৪।৬।১০।১১।১২ | ৰ ২।৩।৪।৬।৯ | গু ৩।৪।৬।৯ |
| চ ৩।৬।১১ | চ ৩।৬।১০।১১।১২ | | শু ২।৩।৫।৯ |
| ম ৩।৫।৬।১০।১১।১২ | ম ১।৩।৬।১০।১১ | চ ১।৩।৪।৬ | শ ২।৫।৬ |
| বু ৬।৮।৯।১০।১১।১২ | বু ১।২।৪।৬।৮।১০।১১ | ম ৩।৫।৬।৯ | ৰা ১।৪।৫।৬।৯ |
| গু ৫।৬।১১।১২ | গু ১।২।৪।৫।৬।৭।৯।১০।১১ | বু ১।২।৩।৫।৯ | লং ৪।৯।১০।১১।১২ |
| শু ৬।১১।১২ | শু ১।২।৩।৪।৫।৮।৯ | | |
| শ ৩।৫।৬।১১ | শ ১।৩।৪।৬।১০।১১ | | |
| লং ১।৩।৪।৬।১০।১১ | লং ৩।৬।১০।১১ | | |

পৰাশৰী হোৰাৰ লগ্ন ৰেখা ৪৯। গ্ৰন্থান্তৰে ৩৭ উক্ত আছে।

ৰাহুৰ অষ্টবৰ্গ সাধাৰণত বিচাৰ নহয়।

**বিবাহ**—ধৰ্ম্ম, অৰ্থ, কাম আৰু মোক্ষ—এই চাৰি বিষয়ৰ সুফল লাভৰ আশাই পুৰুষ আৰু স্ত্ৰী বিবাহ সূত্ৰত মিল হৈ গৃহস্থাশ্ৰমী হোৱা প্ৰধান উদ্দেশ্য। স্ত্ৰীৰ আচাৰ-চৰিত্ৰাদিয়ে পুৰুষ শক্তিৰ ওপৰত অসীম ক্ষমতা চলোৱা বিষয়ে নজনা নাই। আচাৰ হীনা দুষ্টা স্ত্ৰীয়ে মহৎ পুৰুষকো কৰ্ত্তব্য পথৰ পৰা বিচলিত কৰোৱা দৃষ্টান্তও জগতত কম নহয়। কিয়নো মানুহৰ প্ৰকৃতি স্বভাৱতেই পৃথক। সেই দেখি এটা জীৱ আন এটা জীৱৰ লগত স্বভাব প্ৰকৃত্যাদিৰ মিলন সূত্ৰত বান্ধ দিব পৰা ই সাধাৰণ বিচাৰৰ কাম নহয়। সংসাৰত মানুহৰ সুখ-সন্তোষৰ কাৰণেই প্ৰাচীন ঋষি সকলে পাত্ৰ-পাত্ৰীৰ মিলন যোগৰ বিষয়ে জ্যোতিষত নানা বিচাৰ লিখি থৈ গৈছে। লিখকে

এই কিতাপত বেলেগ ধৰণৰ গ্ৰহ যোগ আৰু যোটনাদি মিলনৰ পৰা যি শুভাশুভ বিচাৰ যোগ্য আছে আৰু তেনে মিলন যোগৰ কালাকাল ভাব সমালোচনা কৰি অতি সহজ কৰি বুজাই দিছে। ইয়াৰ দ্বাৰা দেশৰ উঠি অহা ভবিষ্যৎ কৰ্ম্মী সকলৰ সংসাৰ যাত্ৰাৰ লগৰীয়াৰ পৰা বিশেষ ভাবে উপকৃত হ'ব বুলি ইয়াত যত্নৰ অলপো ত্ৰুটী কৰা হোৱা নাই।



# চতুৰ্থোহধ্যায়ঃ ।

---

## অথ ঋতু নিৰূপণম্ ।

কুজেন্দু হেতু প্ৰতি মাস মাৰ্ত্তবম্ ।
গতে তু পীড়ৰ্ক্ষ মনুষ্ণদীধিতৌ ॥
অতোহন্যথা স্থে শুভ পুংগ্ৰহেক্ষিতে ।
নৰেণ সংযোগ মুপৈতি কামিনী ॥ ১

ইতি কৌমুদে ।

কন্যাৰ মঙ্গল আৰু চন্দ্ৰ গ্ৰহৰ যোগ বলতেই ঋতু-উৎপত্তিৰ প্ৰধান কাৰণ। কন্যাৰ উপযুক্ত সময়ত চন্দ্ৰ অনুপচয় ৰাশিস্থ অৰ্থাৎ লগ্নৰ ( ৩।৬।১০।১১। ৰাশি গত ) হৈ মঙ্গলৰব্যাদি কোনো পুৰুষ গ্ৰহৰ দ্বাৰা দৃষ্ট হলেই কন্যা ঋতুমতী হয় আৰু তেতিয়াই পুৰুষ সহবাসৰ উপযোগী হয়। ইয়াত বিশেষ এই যে স্বামীৰ সপ্তম ভাব যেতিয়া গ্ৰহৰ গোচৰত শুভ হয় অথবা স্বামীৰ জন্ম সময়ৰ ৰবি থকাৰ পৰা সপ্তম, পঞ্চম, অথবা নবম গত চন্দ্ৰত কন্যাৰ প্ৰথম ঋতুৰ উপযুক্ত সময়।

সাৰাবলীমতে বিচাৰ এই যে যেতিয়া চন্দ্ৰ অনুপচয়স্থ হয় আৰু তেতিয়া সেই চন্দ্ৰক মঙ্গল গ্ৰহৰ দ্বাৰা দৃষ্ট হলে প্ৰতি মাহে স্ত্ৰী ৰজস্বলা হয়। স্ত্ৰীৰ যি ৰক্তৰ স্ৰাৱ তিন দিনতেই বন্ধ হয় আৰু স্ৰাৱ জবা ফুলৰ বৰণৰ সদৃশ কিন্তু বেদনা আৰু গন্ধ বিহীন হয় সেই ঋতুতেই গৰ্ভ সঞ্চাৰৰ উপযুক্ত সময় ॥ যথা—

অনুপচয় ৰাশি সংস্থে কুমুদা কৰ বান্ধবে ৰুধিৰ দৃষ্টে ।
প্ৰতি মাসং যুবতীনাং ভবতি ৰজোজগুম্মুৰ্নয়ঃ ॥ ২

ত্ৰ্যংশেশান্তং যচ্চ ৰক্তং জবাভম্ ।
তদ্‌গৰ্ভ্ভাৰ্থং বেদনা গন্ধ হীনম্ ॥ ৩

ইতি সাৰাবল্যাং ।

## নিষিদ্ধস্পৰ্শ দিনানি ।

প্ৰথমেঽহনি চাণ্ডালী দ্বিতীয়ে ব্ৰহ্মঘাতিনী ।
তৃতীয়ে অন্ত্যজা প্ৰোক্তা চাতুৰ্থে শূদ্ৰ জাতিষু ॥ ৪

ঋতু মতী স্ত্ৰী প্ৰথম দিন চাণ্ডালী, দ্বিতীয় দিন ব্ৰহ্ম-ঘাতিনী, তৃতীয় দিনত অন্তজা আৰু চতুৰ্থ দিনত শূদ্ৰানীৰ তুল্যা হয়। এই সময়ত স্ত্ৰী অপবিত্ৰা। সেই দেখি ঘৰৰ এমুৰত কোনেও নেদেখা আবৰ্জ্জনা ঠাইত থাকিব লাগে। ঋতুমতী স্ত্ৰী চতুৰ্থ দিনলৈকে দিনত শোৱা, কন্দা, জুই ফুওৱা

ভগা পাত্ৰত খোৱা, তামোল খোৱা, কাঠত বহা, লোকৰ ঘৰত থকা, দাঁত ঘহা আৰু সূৰ্য্যাদি দেখা একেবাৰেই অনুচিত। মোটতে শৰীৰ পুষ্টিকাৰক কোনো মধুৰ বস্তুকে স্ত্ৰীয়ে খোৱা আৰু কাম কৰা শাস্ত্ৰত বাধা দিছে। কাম বিশেষে কুফল উল্লেখ আছে। চকুত অঞ্জন্ দিলে চকুকণা, নখ কাতিলে বীৰ্য্যহীন, দাঁত ঘহিলে আৰু হাঁহিলে কুষ্ঠ ৰোগ, শৰীৰ সংস্কাৰত আয়ুহানি, উৎসৱ দেখিলে পুত্ৰনাশ আৰু পাপিষ্ঠক দেখিলে বিধবা হয় যথা,—

পানাহাৰংপৰিত্যজ্য ইন্দ্ৰিয়ানাঞ্চ নিগ্ৰহাঃ।
উপবাস সবিজ্ঞেয় সৰ্ব্বভোগ বিবৰ্জ্জয়েৎ॥
অঞ্জনং নখ ছেদঞ্চ মাৰ্জ্জনং দণ্ডধাবনম্।
অঞ্জনাৎ জায়তে কাণঃ ক্লীবন্তু নখ ছেদনাৎ।
দন্ত ধাবনতঃ কুষ্ঠী স্বৰাপো গাত্ৰ মাৰ্জ্জনাৎ।
ক্ৰিয়া শৰীৰ সংস্কাৰং সমাজোৎসৱ দৰ্শনং॥
হাস্য পৰ গৃহে যানং ত্যজেৎ দৰ্শিত ভৰ্ত্তৃকান্।
ক্ৰিয়য়া হৰতে আয়ূঃ উৎসৱে পুত্ৰ নাশনং।
হাস্যে কুষ্ঠী পতিতানাং দৰ্শনে বিধবা ভবেৎ।
এবঞ্চ স্বগৃহস্থান্তঃ কাণ্ড সূত্ৰেন বেষ্টয়েৎ।
কৃত্বাৰ্ঘ্যং ভানবেদদ্যাৎসৰ্ব্বদোষো পশান্তয়ে॥

ইতি দীপিকায়াং। ৫

## অথ ঋতু স্নানম্।

ঋতু মতী স্ত্ৰীৰ ঋতু স্নান বিশেষ সংযতৰ কাম। ঋতু স্নানৰ যোগ বিশেষে বহুত বস্তু আৱশ্যক হলেও মোটতে সৰ্ব্বৌষধিৰ লগত বগা সৰিয়হ আৰু চন্দন যুক্ত জলত গা ধুৱালেই সৰ্ব্ব প্ৰকাৰে শুভ হয়। স্নানান্তে স্ত্ৰীয়ে ভাবি সন্তানৰ মঙ্গলাৰ্থে প্ৰথমে সূৰ্য্য সেৱা কৰা, সুফল যুক্ত গছ দেখা আৰু অইন সুচিন্তা কৰা অতি আৱশ্যকীয় যথা :—

খনা—জয়ন্তি কদম্ব এসনাচুৰ কণ্টকী মঞ্জুৰী বেল বকুল।
মঠা শৰিখা এ যবধান অশুভ যোগৰ এহিসে স্নান ॥ ৬
স্নানং সমাপ্য নাৰীতু উপবীক্ষেদ্দিবা কৰম্।
তদন্তে ফলিনং বৃক্ষং সুবিনীতঞ্চ পৰুষম্ ॥ ৭
পুষ্পং দৃষ্টং নিন্দিতে ভে যদি স্যাৎ
শান্তিং কুৰ্য্যাদঙ্গ নানাঞ্চ পূৰ্ব্বং।
তৎ সংযোগং বান্ধবা বৰ্জ্জয়েয়ূ
যাবদ্ ভূয়ো দৃশ্যতে কান্তভেতৎ ॥ ৮

ইতি—জ্যোতিষতত্ত্বে।

**উপদেশ,**—কন্যাই চতুৰ্থ দিনৰ ঋতু স্নানৰ পৰা তলত দিয়া যোগৰ যদি কোনো ব্ৰত পালন কৰিব লগা হয় তেতিয়া ব্ৰত শেষ নোহোৱালৈকে নিজৰ স্বাস্থ্য, স্বামী আৰু ভাবিত সন্তানৰ হিতৰ কাৰণে নিয়মিত হবিষ্যান্ন খাই ঋতুমতী হৈ থকা অৱস্থাৰ দৰে অৰ্থাৎ দিনত শোৱা, উত্তেজিত বস্তু খোৱা বা বেচি ভোজন কৰা আৰু মিচা কোৱা

ইত্যাদি কাম এৰি স্বামীৰ মঙ্গলৰ কাৰণে ঈশ্বৰৰ চিন্তা কৰি থাকিব লাগে। আন কি নিন্দিত যোগৰ শান্তিৰ পাচত পুনৰ্ব্বাৰ যেতিয়ালৈকে শুভ নক্ষত্ৰত কন্যা ৰজস্বলা নহয় তেতিয়ালৈকে বন্ধু-বান্ধৱে সেই কন্যাৰ লগত স্পৰ্শাদি সম্বন্ধ পৰিত্যাগ কৰিব।

## অথ বশিষ্ঠ পৰাশৰ মিহিৰাদি কৃত আদ্য ঋতু যোগ নিরূপনম্।

যি মাহৰ যি দিনা প্ৰথমে কন্যা আদ্য ঋতু বা পুষ্পোৎসব হয় তেতিয়া কন্যা সঙ্গমৰ উপযুক্তা হয়। এই স্ৰাবকে ঋতু বা শান্তি হোৱা বোলে। যি চলি থকা নক্ষত্ৰৰ ভোগ কালত কন্যা প্ৰথমে ঋতুমতী হয় সেই নক্ষত্ৰৰ ভোগ সময়ৰ পৰা কন্যাৰ আদ্যঋতুৰ শুভা-শুভ যোগ বিচাৰ হয়। আৰু লগতে ভবিষ্যত জীৱনৰো বহুত কথা জানিব পৰা যায়। ই এটা স্ত্ৰী-জাতিৰ কৰ্ম্ম ফলৰ আচৰিত জাননী বুলি ধৰিব পাৰি। **এই যোগ সাত বিধ।** কিন্তু পক্ষভেদে সুবিজ্ঞ বৰাহ-মিহিৰে যোগ দুই ভাগত ভাগ কৰিছে। শুক্লপক্ষত নক্ষত্ৰক ছয় ভাগ আৰু কৃষ্ণপক্ষত সাত ভাগত যোগ ভাগ কৰিছে। এই বৰাহ কৃত মতকে আমাৰ দেশত আজিও চলি আছে। যথা,—

নক্ষত্ৰ ঘটিত যোগ চক্ৰ।

| ১ | ২ | ৩ | ৪ | ৫ | ৬ | ৭ |
|---|---|---|---|---|---|---|
| তহিতা | কান্তা | বেশ্যা | পতিহীনা | সুভগা | দুৰ্ভগা | দুঃশীলা |

## অথ নক্ষত্ৰ ভেদে যোগ চক্ৰম.।

ত্ৰীনি সপ্ত চতুৰ্ভানি চতুৰ্ভানিত্ৰিক্ ত্ৰয়ম্।
গুণ নগ, বেদাঃ অগ শিখি দহনা
সপ্তষট্ যোগাঃ ক্ৰমেনাসিত সিত পক্ষে।
শুক্ল পক্ষে বড় যোগাঃ অসিতে সপ্তমেবচ ॥ ৯

## শুক্লপক্ষৰ যোগ বিচাৰঃ—

| শুক্ল পক্ষত (বৰাহমতে) | যোগ |
|---|---|
| ৩ কৃত্তিকা আৰু<br>৪ ৰোহিনীৰ দুই চৰণৰ (পূৰ্ব্বাৰ্দ্ধ) ... | পতিহিতা |
| ৪ ৰোহিনীৰ (শেষাৰ্দ্ধ)<br>৫ মৃগশিৰা ... | কান্তা |
| ৬।৭।৮।৯।১০।১১।১২ নক্ষত্ৰত ... | বেশ্যা |
| ১৩।১৪।১৫।১৬ নক্ষত্ৰত ... | পতিহীনা |
| ১৭।১৮।১৯।২০।২১।২২।২৩ নক্ষত্ৰত ·· | সুভগা |
| ২৪।২৫।২৬ নক্ষত্ৰত ... | দুৰ্ভগা |
| ২৭।১।২ নক্ষত্ৰত ... | দুঃশীলা |

## কৃষ্ণপক্ষৰ যোগ বিচাৰ :—

| কৃষ্ণ পক্ষত | | যোগ |
|---|---|---|
| গুণ | ৩।৪।৫ নক্ষত্ৰত | পতিহিতা |
| নগ | ৬।৭।৮।৯।১০।১১।১২ নক্ষত্ৰত | কান্তা |
| বেদ | ১৩।১৪।১৫।১৬ নক্ষত্ৰত | বেশ্যা |
| মহোদধি | ১৭।১৮।১৯।২০ নক্ষত্ৰত | পতিহীনা |
| গুণ | ২১।২২।২৩ নক্ষত্ৰত | সুভগা |
| শিখি | ২৪।২৫।২৬ নক্ষত্ৰত | দুৰ্ভগা |
| দহন | ২৭।১।২ নক্ষত্ৰত | দুঃশীলা |

অথ মিহিৰেনোদ্ধৃত ব্ৰহ্মপুৰাণোক্ত যোগ বিচাৰম্।

গুণ নগ বেদ মহোদধি গুণ শিখি দহনা। ১০
ক্ৰমেন পতিহিতা কান্তা বেশ্যা পতিহীনা সুভগা দুৰ্ভগা দুঃশীলা।

জ্যোতিৰ্ব্বিদ মিহিৰৰ মতে শুক্লপক্ষ আৰু কৃষ্ণপক্ষ লৈ যোগ বেলেগ কৰা নাই। বৰাহৰ মতেহে শুক্লপক্ষৰ যোগ বেলেগ আছে। কিন্তু আসামত শুক্লপক্ষ আৰু কৃষ্ণপক্ষ উভয় পক্ষৰ মতেই চলি আহিছে। জ্যোতিমুক্তাবলি আৰু ৰাজমাৰ্ত্তণ্ডৰো এয়ে মত।

## যোগাধিপতি বিচাৰ চক্ৰম্।

পতিহিতে গুৰুশ্চৈব কান্তায়াং চন্দ্ৰ মেবচ।
শনিশ্চ পতিহীনয়াং বেশ্যায়াঞ্চ দিবাকৰঃ।
দুঃশীলায়াং ভূমিপুত্ৰা দুৰ্ভগায়াঞ্চ ভাৰ্গবঃ.
শুভগায়াং সোমপুত্ৰঃ যোগমাসধিপা গ্ৰহাঃ॥ ১১

| যোগ | —॥— | অধিপতি গ্ৰহ |
|---|---|---|
| পতিহিতা | শুভযোগ | বৃহস্পতি |
| কান্তা | ,, | চন্দ্ৰ |
| সুভগা | ,, | বুধ |
| পতিহীনা | অশুভযোগ | শনি |
| বেশ্যা | ,, | ৰবি |
| দুৰ্ভগা | অশুভযোগ | শুক্ৰ |
| দুঃশীলা | ,, | মঙ্গল |

এই মিহিৰ বৰাহোক্ত মত আসামত বাহিৰে অইন দেশত প্ৰচলিত নাই। কিন্তু বঙ্গাদি দেশত স্মাৰ্ত্তভট্ট ধৃত নাৰায়ণ পদ্ধতি মতে নক্ষত্ৰ ঘটিত যোগ তলত দিয়া ক্ৰমে বিচাৰ হয় :—এটি চাৰি কোণীয়া ঘৰ আঁকি তাক আঁঠ ভাগত ভাগ কৰি প্ৰত্যেক ঘৰত পূব ফালৰ পৰা ক্ৰমে নক্ষত্ৰ বহুৱাই ফল বিচাৰ কৰা যায় যথা,—

কৃত্তিকাদীনি ঋক্ষাণি দিক্ষ্বষ্টস্বলিখেদ্বুধঃ।
চত্বাৰি দিক্ষু ঋক্ষাণি কোণেষু চ ত্রয়ং লিখেৎ।
পূৰ্ব্বাদি ক্রমতো লেখ্যং ফলং তৈনৈব নিৰ্দ্দিশেৎ।
শ্রীৰ্ব্বন্ধ্যা সুভগা চৈব বিপুত্রা পুত্রিনী তথা।
বিধবা সৰ্ব্ব সম্পন্না বেশ্যা চেতি ক্রমাৎ ফলং
আদ্যে ৰজসি সম্ভূতে স্ত্রীণামৃক্ষ ফলং ভবেৎ ॥১৩

ঋতু চক্রম্।

| | | |
|---|---|---|
| ৭।৮।৯<br>(বন্ধ্যা)<br>পুনৰ্ব্বসু,<br>পুষ্যা, অশ্লেষা | ৩।৪।৫।৬<br>(সম্পদ্ শ্রী)<br>কৃত্তিকা, ৰোহিণী<br>মৃগাশিৰা, আদ্রা | ১।২।২৭<br>(বেশ্যা)<br>অশ্বিনী, ভৰণী,<br>ৰেবতী |
| ১০।১১।১২।১৩<br>(সুভগা)<br>মঘা, পূৰ্ব্বফাল্গুনী<br>উত্তৰফাল্গুনী, হস্তা | ❋ | ২০।২৪।২৫।২৬<br>(সৰ্ব্বসম্পন্না)<br>ধনিষ্ঠা, শতভিষা<br>পূৰ্ব্বভাদ্রপদ<br>উত্তৰভাদ্রপদ |
| ১৪।১৫।১৬<br>(বিপুত্রা)<br>চিত্রা, স্বাতী<br>বিশাখা | ১৭।১৮।১৯।২০<br>(পুত্রিনী)<br>অনুৰাধা, জ্যেষ্ঠা,<br>মূলা, পূৰ্ব্বাষাঢ়া | ২১।২২।০<br>(বিধবা)<br>উত্তৰাষাঢ়া<br>শ্রবণা, অভিজিৎ |

জ্যোতিষতত্ত্বমতে পূর্ব্বফল্গুনী, পূর্ব্বভাদ্রপদ, পূর্ব্বাষাঢ়া, ভৰণী আৰু আৰ্দ্রা নক্ষত্ৰত কন্যা প্ৰথম ৰজোদৰ্শন হলে বিধবা হয়। মঘা নক্ষত্ৰত শোক পায়। পুনৰ্ব্বসু নক্ষত্ৰত বন্ধ্যা, জ্যেষ্ঠা আৰু কৃত্তিকা নক্ষত্ৰত দৰিদ্ৰা হয় যথা :—

পূর্ব্বাত্রয়ে যাম্য ভুজঙ্গ ৰৌদ্রে বৈধব্য মস্ত্যা বিদধাতি নূনং।
মঘে সশোকাপ্যথ ভেদিতীশে সা বন্ধকীন্দ্ৰা ন লভে-দৰিদ্ৰা ॥১৪

ওপৰত দিয়া যোগৰ ভিতৰত **পতিহিতা, কান্তা, সুভগা** ক্ৰমে বৃহস্পতি, চন্দ্ৰ আৰু বুধ অধিপতি যোগ এই তিনটা শুভ বাকী কেইটা যোগ অশুভ। শুভ যোগৰ কোনো প্ৰতিকাৰ নাই। অশুভ যোগ শুভ কৰিবলৈ অৰ্থাৎ অশুভ যোগৰ দোষ নষ্টৰ কাৰণে যি বিহিত বিধান আছে তাক লিখা হৈছে যথা,—

পতিহীনা ত্রিভির্ম্মাসৈঃ বেশ্যা ষোড়শভির্দ্দিনৈঃ।
দুর্ভগা দ্বাদশদিনৈঃ দুঃশীলা চ ত্রিপক্ষকৈঃ।
এতাঃ যোগব্রতা জ্ঞেয়াঃ যোগোন্যঃ সপ্তবাসৰাণ
গ্রহানান্ত সমুদ্দিশ্য হোমং কুর্য্যাদ্বিচক্ষনঃ
গ্রহ মন্ত্রৈশ্চ দ্রব্যৈশ্চ যোগ দোষ প্রশান্তয়ে॥

বেশ্যায়াং হংস দানঃ স্যাৎ। দুর্ভগায়ঞ্চ কচ্ছপঃ।
পাৰাবতং দুঃশীলায়াং। কৃষ্ণাজং পতিহীনকে ॥১৫

ইতি ৰত্নমালায়াং।

**শুভ যোগোক্তি—**

পতিহিতে কন্দলিকং কান্তায়াং দধি দুগ্ধকম্ ।
সুভগায়াং গুড়ঞ্চৈব দুৰ্ভগায়াঞ্চকচ্ছপঃ ॥ ১৬

অথ অশুভ যোগৰ প্ৰতিকাৰ,—পতিহিতা, কান্তা আৰু সুভগা এই তিনটা শুভ যোগত বিশেষ প্ৰতিকাৰ নাই। সাদিনীয়া ব্ৰতৰ অন্তত গাধুৱালেই শুচি হয়। বাকী কেইটা যোগত বিশেষ প্ৰতিকাৰ আছে যথা,—

১। **বেশ্যা যোগ** দোষৰ বাবে ১৬ ষোল দিন ব্ৰত কৰি আৰু ব্ৰতৰ অন্তত ৰাজহাঁহ এহাল দান দিব লাগে।

২। **পতিহীনা যোগ** দোষৰ বাবে তিনিমাহ ব্ৰত কৰি আৰু ব্ৰতৰ অন্তত ক'লা গৰু এটা বা অসমৰ্থত ক'লা ছাগলী এটা দান কৰিব লাগে।

৩। **দুৰ্ভগা যোগ** দোষৰ বাবে ১২ বাৰ দিন ব্ৰতকৰি আৰু ব্ৰতৰ অন্তত কাছ এটা দান দিব লাগে।

৪। **দুঃশীলা যোগত** ৪৫ পঞ্চল্লিচ দিন ব্ৰত কৰিব আৰু ব্ৰতৰ অন্তত পাৰ এজোৰ দান দিব লাগে। শুভ যোগৰ শক্তি বৃদ্ধিৰ কাৰণে দান যথা ;—

৫। **পতিহিতা যোগত** পকা কল ( বিশেষ কৈ কুমাৰিক ) খুৱাব লাগে।

৬। **কান্তা যোগত** কুমাৰীক দধি-দুগ্ধ ভোজন বা দান-দিব।

৭। **সূভগা যোগত** গুৰ অথবা গুৰযুক্ত পীঠাদি ভোজন কৰোৱা কৰ্ত্তব্য ।

অথ ব্ৰতস্য প্ৰতি প্ৰসবম্ ঃ—তিনি মাহ আদি দীঘলীয়া ব্ৰত যুগভেদে বেলেগ আছে । যথা ঃ—

সত্যেমব্দাং পৰিত্যজ্য ত্ৰেতায়ঞ্চ তৰ্দ্ধকম্ ।
দ্বাপৰেতু ত্ৰিপক্ষঞ্চ কলৌষোড়স ৰাত্ৰকম্ ॥
ইতি বায়ুপুৰাণে ।

যোগে তথা ব্ৰতা শক্তৌ প্ৰায়শ্চিতং সমাচৰেৎ ।
পক্ষ মেকং তথা কলৌ । ইতি যাজ্ঞবল্ক্যঃ ।১৮

অৱস্থা বিশেষে দীঘলীয়া ব্ৰত কৰিব নোৱাৰিলে ষোল ৰাত্ৰ ব্ৰতান্তৰত প্ৰায়শ্চিত্ত হলেই দোষ খণ্ডন হয় ।

অথ আদ্য-ঋতু বাৰ ফলং ।

**বাৰ ফলং**—ৰবিবাৰে প্ৰথম ঋতু হলে কন্যা বিধবা হয় । সোমবাৰে পতিব্ৰতা, মঙ্গলবাৰে বেশ্যা, বুধবাৰে সৌভাগ্য শালিনী, বৃহস্পতিবাৰে স্বামীৰ কল্যান কাৰিণী, শুক্ৰবাৰে সন্তান যুক্তা আৰু শনিবাৰে কন্যা বন্ধ্যা হয় যথা ।—

আদিত্যে বিধবা নাৰী সোমে চৈব পতিব্ৰতা ।
বেশ্যা মঙ্গলবাৰে চ বুধে সৌভাগ্য মেবচ ॥

বৃহস্পতৌ পতিঃ শ্ৰীমান্ শুক্ৰে চাপত্য মেবচ।
শনৌ বন্ধ্যা বিজানীয়াৎ প্ৰথমে স্ত্ৰী ৰজস্বলা ॥১৯

ইতি নাৰায়ণ পদ্ধতৌ।

মাস ফলং—

জৈষ্ঠে স্যাদ্বিধবা নাৰী আষাঢ়ে বন্ধু নাশিনী।
শ্ৰাৱণে চ মৃতাপত্যা ভাদ্ৰেচ বহুৰোগিণী।
আশ্বিনে চ মৃতা পত্যা কাৰ্ত্তিকে কুল নাশিনী।
মাৰ্গশীৰ্ষে ধৰ্ম্মশীলা পৌষে চ ৰতি বিহ্বলা।
মাঘে পতিব্ৰতা নাৰী ফাল্গুনে বহু পুত্ৰিনী।
চৈত্ৰে চ মদনোন্মত্তা বৈশাখে প্ৰিয় বাদিনী ॥২০

ইতি জ্যোতিৰস্তম্ভে।

তিথি ফলং—

প্ৰতিপৎ সুভগাং নাৰীং দ্বিতীয়া বাতুলাং প্ৰিয়াং।
তৃতীয়া ক্ষেম মাৰোগ্যং চতুৰ্থী পতি বল্লভাম্।
পঞ্চমী শুভগাং নাৰীং ষষ্ঠী পৰ ৰতাঞ্চৰেৎ।
সপ্তমী শ্ৰীযুতাংনাৰীমষ্টমীপতিৰোগিনীম্॥
নৱমী বিধবাং নাৰীং দশমী চ সুপুত্ৰিনীং।
একাদশী মৃতবৎসাং দ্বাদশী পৰ গামিনীম্।
ত্ৰয়োদশী চাথ পুত্ৰাং চঞ্চলাঞ্চ চতুৰ্দ্দশী।
নষ্টেন্দু কুৰুতে মৃত্যুং পৌৰ্ণ মাসী চ সম্পদঃ ॥২১

ইতি দীপিকায়াং।

## অথ তিথি চক্ৰম্।

| উভয় পক্ষৰ তিথিৰ-আদ্য-ঋতু ফল। | | | | | | | |
|---|---|---|---|---|---|---|---|
| প্ৰতিপদ | সুভগা | পঞ্চমী | সুভগা | নৱমী | বিধবা | ত্ৰয়োদশী | ধন পুত্ৰ যুক্তা |
| দ্বিতীয়া | বাতুলা | ষষ্ঠী | পৰ পুৰুষাশক্তা | দশমী | পুত্ৰবতী | চতুৰ্দ্দশী | চঞ্চলা |
| তৃতীয়া | মঙ্গল আৰোগ্য | সপ্তমী | ধন শালিনী | একাদশী | মৃতপুত্ৰা | পূৰ্ণিমা | সম্পত্তি লাভ |
| চতুৰ্থী | পতি-বল্লভা | অষ্টমী | পতি-ৰোগান্বিত | দ্বাদশী | পৰ পুৰুষ-গামিনী | অমাবস্যা | মৃত্যু। |

**সন্ধ্যাদি ফলং—**

সন্ধ্যাদ্বয়ে তথা ৰাত্ৰৌ পিতাগাৰে পৰালয়ে।
বিষ্টৌ তথৈব সংক্ৰান্ত্যাং গ্ৰহণে চন্দ্ৰ সূৰ্য্যয়োঃ॥
কৃষ্ণপক্ষে চাশুভং স্যান্নাৰীণাং প্ৰথমং ৰজঃ ॥২২

ইতি জ্যোতিষস্তত্ত্বে।

শুভং চৈব তু পূৰ্ব্বাহ্নে মধ্যাহ্নে মধ্যমং ফলং।
অপৰাহ্নে তু বৈধব্যং পূৰ্ব্ব ৰাত্ৰে শুভং ভবেৎ ॥২৩

ইতি দীপিকায়াং।

ৰাতিপূৱা আৰু সন্ধ্যা সময়ত ( অৰ্থাৎ সময়ৰ উভয় গণ্ডত ), ৰাতি, বাপেক থকা কোঠাত, লোকৰ ঘৰত, বিষ্টি ভদ্ৰাদি

তিথিত, সংক্ৰান্তিত, চন্দ্ৰ আৰু সূৰ্য্য গ্ৰহণৰ সময়ত আৰু কৃষ্ণ পক্ষত কন্যা প্ৰথম ঋতুমতী হলে অষ্টম আপেক্ষা ও বেচি অমঙ্গল জনক বুলি জানিব লাগে। দিনৰ পূৰ্ব্বাহ্নত শুভ, মধ্যাহ্নত মধ্য ফল আৰু অপৰাহ্নত বৈধব্য। ৰাত্ৰিৰ পূৰ্ব্ব ভাগত শুভ শেষ ভাগত অশুভ।

## অথ যোগ ফলং—

বিষ্কুম্ভে দুৰ্ভগা নাৰী বন্ধ্যাস্যাদতিগণ্ডকে।
শূলে শূলান্বিতা গণ্ডে বজ্রে বেশ্যা ভবেদ্ ধ্ৰুবম্।
ব্যতীপাতে বৈধৃতৌ চ পতিঘ্নী নাত্ৰ সংশয়ঃ।
পৰিঘে স্যান্মৃতা পত্যা ব্যাঘাতে চাত্মঘাতিনী।
শেষা যথা নাম ফলা নাৰীণাং প্ৰথমাৰ্ত্তবে॥২৪

ইতি জ্যোতিঃ।

## অথ কৰণ ফলং—

ববে পুষ্পবতী নাৰী বন্ধ্যা বা বিধবা ভবেৎ।
বালবে পুত্ৰিনী নাৰী কৌলবে প্ৰমদা ভবেৎ।
তৈতিলে পুষ্পিতা নাৰী গৰে চ সা বিনশ্যতি।
নষ্ট প্ৰজা বণিক সংজ্ঞে বিষ্ট্যাং বন্ধ্যা ধনোজ্ঝিতা॥
শকুনৌ চ চতুষ্পাদে নাৰী বৈধব্য মাপ্নুয়াৎ।
নাগে নৰৰতা ৰামা কিন্তুঘ্নে বিধবা ভবেৎ॥২৫

**অথ বস্ত্ৰ ফলং—**

সুভগা শ্বেত বস্ত্ৰা স্যাৎ দৃঢ় বস্ত্ৰা পতিব্ৰতা ।
ক্ষৌম বস্ত্ৰা ক্ষিতিশাস্যা নব বস্ত্ৰা সুখাৰ্থিনী ।
দুৰ্ভগা জীৰ্ণ বস্ত্ৰাস্যাদ্ৰোগিনী ৰক্ত বাসসা ।
নীলাম্বৰ ধৰানাৰী পুষ্পিতা বিধবা চলা ॥২৬

**অথ বস্ত্ৰ বিন্দু ফলং ঃ—**

বস্ত্ৰেষু বিষমাৰক্তা বিন্দবঃ পুত্ৰমাপ্নুয়াৎ ।
সমাশ্চেৎ কন্যকা চেতি ফলং স্যাৎ প্ৰথমাৰ্ত্তবে ॥২৭

ইতি দীপিকায়াং ।

মলি বিহীন বগা কাপোৰ পিন্ধি থকা অৱস্থাত যদি কন্যা প্ৰথমে ঋতুমতী হয় সেই কন্যা সুভগা হয়, যদি তান কাপোৰ অৰ্থাৎ মুগাদিৰ বস্ত্ৰ পিন্ধি থকাৱস্থাত হয় সেই কন্যা পতিব্ৰতা, সেইদৰে পাত কাপোৰত ৰাজপত্নী, নতুন কাপোৰত সুখীনী, ফটা কাপোৰত দুৰ্ভগা, ৰঙ্গা কাপোৰত ৰোগিণী, আৰু নীলবৰণীয়া বস্ত্ৰ পিন্ধি থকা অৱস্থাত কন্যা প্ৰথম ঋতুমতী হলে সেই কন্যা বিধবা হয় ॥২৫

**কন্যাৰ ভবিষ্যৎ সন্তান বিচাৰ ঃ—** কন্যা যি বস্ত্ৰত প্ৰথম ঋতুমতী হয় সেই বস্ত্ৰত যদি প্ৰথম বিষম ৰক্ত অৰ্থাৎ অযুগ্ম বিন্দু দেখা যায় তেতিয়া সেই কন্যাৰ অধিক পুত্ৰ সন্তান জন্ম হয় । যদি বস্ত্ৰত প্ৰথম সম বিন্দু দেখে অৰ্থাৎ যুগ্ম ৰক্ত বিন্দু দেখে তেতিয়া বহুত কন্যা প্ৰসবিনী হয় ।

অথ ঋতৌ লগ্ন ফলং।

মেষে সা ব্যভিচাৰাস্যাদ্বৃষভে পৰভোগিনী।
মিথুনে ধন ভোগাঢ্যা কৰ্কটে ব্যভিচাৰিণী॥
পুত্ৰাঢ্যা সিংহ লগ্নে তু কন্যায়াং শ্ৰীমতী ভবেৎ।
বিচক্ষণা তু তুলায়াং বৃশ্চিকে চ পতিব্ৰতা॥
দুশ্চাৰিণী ধনুঃ পূৰ্ব্বেঽপ্যপৰেচ পতিব্ৰতা।
মকৰে মান হীনা চ কুম্ভে নিৰ্ধন বন্ধ্যতা॥
মীনে সুলক্ষণা লগ্নে নাৰীণাং প্ৰথমাৰ্ত্তবে।
লগ্নে পাপঃ পতিং হন্তি সপ্তমে চ স্বয়ং মৃতা॥২৮

ইতি জ্যোতিষে।

মেষ, বৃষ, কৰ্কট, ধনুৰ পূৰ্ব্বাৰ্দ্ধ মকৰ আৰু কুম্ভ লগ্নত কন্যা প্ৰথম ঋতুমতী হলে বিশেষ অশুভ আৰু বাকী বিলাক ৰাশি লগ্নত শুভ হয়। কিন্তু ঋতু লগ্নত বা সপ্তমত পাপ থাকিলে বিশেষ অশুভ বুলি জানিব লাগে।

**উপদেশ,**—বিশেষ জানিব লগা এই যে অশুভ যোগৰ লিখিত প্ৰতিকাৰৰ পুৰ্ব্বে ব্ৰতৰ অন্তত গ্ৰহৰ বিহিত কাঠেৰে গ্ৰহ হোম সকলো দোষৰ নিবৃত্তিৰ কাৰণে বিশেষ প্ৰশস্ত। শুভাশুভ যোগৰ অৰ্ঘ দানো বিশেষ ব্যৱস্থা আছে যথা।—

"অষ্টোত্তৰ শত মৰ্ঘং যোগে পতি হীনায়চ।
তদৰ্দ্ধংঞ্চ দুঃশীলায়াং দুৰ্ভগায়াং তথৈবচ।
খবহ্নি (৩০) বেশ্যা যোগে অৰ্ঘ সংখ্যা উদাহৃতাঃ।
পঞ্চ বিংশতি অৰ্ঘানি উপগ্ৰহাঃ (শুভ যোগত) সমন্বিতে॥২৯

ইতি জাতকে।

অপিচ জ্যোতিষ সংগ্ৰহে,—

ঘৃতদূৰ্ব্বাতিলাক্তৈঃ প্ৰত্যেকাষ্ট শতকৈ
যোগ গ্ৰহাণাং প্ৰীত্যৰ্থং গায়ত্ৰ্যা জুহুয়াত্ততঃ।
স্বৰ্ণ গোভূ তিলান্ দদ্যাৎ সৰ্ব্ব দোষা প্ৰশান্তয়ে ॥৩০
মাষ দোষে গুড়ং তৈলং বাৰ দোষে চ তণ্ডুলং।
নক্ষত্ৰে চ মণিং দদ্যাৎ যোগে চ তিল কাঞ্চনং।
তিথি দোষে চ গাং দদ্যাৎ কৰণে কাঞ্চনং তথা।
লগ্ন দোষে বৃষং দদ্যাৎ প্ৰথমং স্ত্ৰী ৰজস্বলা ॥৩১

আদ্য ঋতুৰ দোষ শান্তিৰ কাৰণে ঘিউ, দুবৰি, তিল আৰু আৰৈ চাউল সহ ১০৮ এশ আঁঠ বাৰ আহুতি দিব লাগে। সকলো দোষ শান্তিৰ কাৰণে বিপ্ৰক সোণ, গৰু ভূমি আৰু তিল দান দিব। যদি প্ৰত্যেক দোষৰ শান্তিৰ কাৰণে দান ইচ্ছা কৰিলে অশুভ চন্দ্ৰৰ বাবে শংখ, আৰু বগা কাপোৰ, সম্ভৱ হলে সোণ দান, তাৰাৰ ভিতৰত বিপদত তাৰাত গুৰ জন্ম তৰাত শাক, আৰু প্ৰত্যৰিত লোন দান বিধেয়।

মাহ দোষত গুৰ আৰু তেল, বাৰ দোষত আৰৈ চাউল নক্ষত্ৰ দোষত মণি, তিথি দোষত সোণ মতান্তৰে গৰু, কৰণ দোষত সোণ, যোগ দোষত সোণ তিল আৰু লগ্ন দোষ শান্তিৰ বাবে বৃষ দান দিব লাগে ॥২৮ ২৯



# পঞ্চমোঽধ্যায়ঃ ।

—— ঃ০ঃ ——

## অথ দ্বিৰা গমন বিচাৰম্ ।

বৃত্তেপাণিগ্ৰহে গেহাৎ পিতুঃপতিগৃহংপ্ৰতি ।
পুনৰাগমনং বধ্বাস্তদ্ দ্বিৰা গমনং বিদুঃ ॥ ১

ইতি—নাৰায়ণপদ্ধতৌ ।

বিবাহমাসিপ্ৰথমে বধ্বা নাগমনং যদি ।
তদা সৰ্ব্বমিদং চিন্ত্যং যুগ্মাদ্যব্দং বিচক্ষণৈঃ ॥ ২

ইতি—জ্যোতিঃ ।

স্বশ্ৰূং হন্ত্যষ্টমেবৰ্ষে শ্বশুৰঞ্চ দশাব্দিকে ।
সম্প্ৰাপ্তে দ্বাদশেবৰ্ষে পতিংহন্তি দ্বিৰাগমে ।৩

বিয়াৰ পাচত কন্যা পিতাৰ ঘৰৰ পৰা পতিৰ ঘৰলৈ যোৱাকে দ্বিৰাগমন কয় ।

যি মাহত বৰ আৰু কন্যাৰ বিবাহ হয় সেই মাহত যদি কন্যা পিতাৰ ঘৰৰপৰা বৰৰ ঘৰলৈ নেযায় তেতিয়া কন্যাৰ যুগ্ম বছৰত বৰৰ ঘৰলৈ প্ৰথম বাৰ যাব নোৱাৰে । ৮ বছৰত দ্বিৰাগমন কৰিলে শাহুৱেক মৰে, দহ বছৰত শহুৰেক মৰে, আৰু ১২ বছৰত পতি মৰে । ১২ বছৰৰ পাচত গলে যুগ্ম-বছৰ বিচাৰিব নেলাগে ।

পুষ্যাদিত্যসমীৰণা দিতিনস্তুদগ্ন্যুত্তৰাৰেৱতী,
তাৰানায়ক ৰোহিণীযু শুভদে মেষালিকুম্ভেৰবৌ।
বাৰে'ঙ্গজা সিতেন্দু বিৎস্বু শুভদে তাৰে প্ৰশস্তেবিধৌ,
কন্যা মন্মথমীন তৌলিমৃগভে স্যাদঙ্গনাদ্ব্যাগমঃ ॥ ৪

ইতি—প্ৰচেতাঃ।

এক গ্ৰামে চতুঃশালে দুৰ্ভিক্ষে ৰাষ্ট্ৰবিপ্লবে
পাতনা নিয়মানায়াঃ পুৰঃশুক্ৰো নদুষ্যতি ॥৫

ইতি জ্যোতিঃ।

প্ৰচেতাৰমতে ;—পুষ্যা, হস্তা, স্বাতী, পুনৰ্ব্বসু, ধনিষ্ঠা, উত্তৰফল্গুণী, উত্তৰাষাঢ়া, উত্তৰভাদ্ৰপদ, ৰেৱতী, মৃগশিৰা, আৰু ৰোহিণী এইবিলাক শুভ নক্ষত্ৰত সৌৰ বহাগ, আঘোন, আৰু ফাগুন মাহত বৃহস্পতি, শুক্ৰ সোম আৰু বুধবাৰে শুভ তাৰাত চন্দ্ৰ শুদ্ধি থাকিলে কন্যা, মিথুন, মীন-মতান্তৰে কুম্ভ তুলা আৰু মকৰ লগ্নত নব বধুৰ দ্বিৰাগমন বিধেয় ॥

পৰাশৰমতে,—শুক্ৰৰ বাৰ্দ্ধক্য, অস্ত অথবা বাল্যাৱস্থাত চন্দ্ৰ আৰু সূৰ্য্য একে ৰাশিত থাকিলে, বৃহস্পতি সিংহ ৰাশিগত, বক্ৰী, অতিচাৰী কি মহাতিচাৰী হলে, কৃষ্ণপক্ষত দ্বাদশ বয়সৰ নববধুৰ দ্বিৰাগমন কৰিলে কন্যা অতিশয় দুঃখ দায়িনী হয়।

অথ দ্বিৰাগমে প্ৰশস্ত তিথি কথনম্।

দ্বিতীয়া তৃতীয়া চৈব পঞ্চমী সপ্তমী তথা।
দশম্যেকাদশী প্ৰোক্তা ত্ৰয়োদশী শুভা তথা ॥ ৬

দ্বিতীয়া, তৃতীয়া, পঞ্চমী, সপ্তমী, দশমী, একাদশী আৰু ত্ৰয়োদশী তিথিত দ্বিৰাগমন শুভদায়িকা হয় ॥

অথ যাত্ৰায়াং পতি গৃহে ভোজন নিষেধঃ।

ভূক্ত্বা পিতৃগৃহে কন্যা ভূঙ্‌ক্তে স্বামীগৃহে যদি।
দৌৰ্ভাগ্যংজায়তে তস্যাঃশপন্তিকুল দেবতাঃ ॥৭

ইতি—মৎস্য সূক্তে।

বিবাহিতা কন্যা পিতৃঘৰত ভোজন কৰি যদি পতিৰ ঘৰত পুনৰ ভোজন কৰে সেই কন্যা দুৰ্ভাগ্যৱতী হয় আৰু কুল দেৱতাসকলে কন্যাক অভিশাপ দিয়ে ॥

অথ গৰ্ভাধানম্।

গৰ্ভাধানে স্ত্ৰিয়া গ্ৰাহ্যা বাৰাঃ ভৌম ৰবীজ্যকাঃ।
জ্যেষ্ঠা মূলা মঘাশ্লেষা ৰেবতী কৃত্তিকাঽশ্বিনী।
উত্তৰা ত্ৰিতয়ং ত্যক্ত্বা পৰ্ব্ববৰ্জ্যং ব্ৰজে দৃতৌ ॥

ইতি—সিদ্ধান্তে।

চতুৰ্দ্দশ্যাষ্টমী চৈব অমাবাস্যাথ পূৰ্ণিমা।
পৰ্ব্বাণ্যেতানি ৰাজেন্দ্ৰ ৰবি সংক্ৰান্তিৰেৱ চ।
স্ত্ৰী তৈল মাংস সংভোগী পৰ্ব্বস্বেতেষু বৈ পুমান্।
বিন্মূত্ৰ ভোজনং নাম প্ৰয়াতি নৰকং ধ্ৰুৱম্ ॥ ৯

ইতি—বিষ্ণুপুৰাণম্ ॥

স্ত্ৰীৰ গৰ্ভাধান ৰবি, মঙ্গল আৰু বৃহস্পতিবাৰে প্ৰশস্তা জ্যেষ্ঠা মূলা, মঘা, অশ্লেষা, ৰেৱতী, কৃত্তিকা, অশ্বিনী, উত্তৰভাদ্ৰপদ, উত্তৰফল্গুণী, উত্তৰাষাঢ়া নক্ষত্ৰ ত্যাগ কৰি বাকী নক্ষত্ৰত আৰু পঞ্চ পৰ্ব্বত যেনে—অষ্টমী, চতুৰ্দ্দশী, অমাবস্যা পূৰ্ণিমা আৰু ৰবি সংক্ৰান্তি এৰি, বাকী তিথিত গৰ্ভধানৰ কাল প্ৰশস্ত ॥

**উপদেশঃ**—ভাবি সন্তানৰ শৰীৰ, মনৰ বল, পবিত্ৰ আত্মা আৰু দীৰ্ঘ জীৱন কামনাৰ কাৰণে আৰ্য্য ঋষিসকলে ইমান কঠোৰ নিয়ম বান্ধি থৈ গৈছে। এই নিয়ম নেমানি পশুৰ দৰে ইচ্ছামতে চলাৰ বাবেই আজি দেশত গৰ্ভনষ্ট, শিশু হানী বা দুৰ্ব্বলী আৰু নানা ৰোগ-শোকাদিৰ প্ৰধান কাৰণ হৈ উঠিছে। এই বিষয়ে অলপ ভাবি চালে যদিয়ো তাৰ শত শত প্ৰমাণ চকুৰ আগত দেখিবলৈ পায় মানুহে ইচ্ছাপূৰ্ব্বক নাইবা দুৰ্ব্বলতাৰ কাৰণেই হওক তথাপি গমন বিবাহাদিৰ বিধানোক্ত কৰ্ত্তব্যত আউহেলা দি আহিছে।

পাপাসংযুত মধ্যগেষু দিনকৃল্লগ্নক্ষপা স্বামিষু।
তদ্যানেষু শুভোজ ঝিতেষু বিকুজে ছিদ্ৰে বিপাপে সুখে।
সদ যুক্তেষু ত্ৰিকোণ কণ্টক বিধুন্নায় ত্ৰিষষ্ঠান্বিতে।
পাপে যুগ্ম নিশাস্বাহগণ্ড সময়ে পুংশুদ্ধিতঃ সঙ্গনঃ ॥১০

ইতি—জ্যোতিষে।

ৰবি, চন্দ্ৰ আৰু লগ্নপতি পাপযুক্ত, পাপ মধ্যস্থ বা পাপ গ্ৰহৰ সপ্তমত নেথাকিলে পূৰ্ব্বোক্ত শুভ বাৰ নক্ষত্ৰত বিষ্টি কৰণৰ বাহিৰে, পুৰুষৰ চন্দ্ৰ-তাৰা শুদ্ধত, লগ্নৰ অষ্টমত মঙ্গল নেথাকিলে, কেন্দ্ৰ, নব পঞ্চমত চন্দ্ৰৰ লগত শুভ গ্ৰহ থাকিলে তৃতীয় বা ষষ্ঠত পাপগ্ৰহ থাকিলে গণ্ড যোগ এৰি গৰ্ভাধানৰ দিন থিক কৰা শাস্ত্ৰোক্ত মত ॥

তথাচ মনু—ঋতু স্বাভাবিকঃ স্ত্ৰীণাং ৰাত্ৰয়ঃ ষোড়শ স্মৃতাঃ।
চতুৰ্ভিৰিতৰৈঃ সাৰ্দ্ধ মহোভিঃ সদ্বিগৰ্হিতৈঃ ॥
তাসামাদ্যাশ্চতস্ৰস্তু নিন্দিতৈকাদশী চ যা।
ত্ৰয়োদশী চ শেষাস্তু প্ৰশস্তা দশ ৰাত্ৰয়ঃ ॥
যুগ্মাসু পুত্ৰাজায়ন্তে স্ত্ৰিয়োঽ যুগ্মাসুৰাতিষু ॥ ১১

স্ত্ৰীৰ ঋতুৰ প্ৰথম দিনৰ পৰা ষোল দিনলৈকে ঋতু কাল বোলে। ইয়াৰ ভিতৰত প্ৰথম চাৰি দিন, একাদশ আৰু ত্ৰয়োদশ নিশা পৰিত্যাগ কৰি যুগ্ম নিশাত গৰ্ভাধান প্ৰশস্ত। কিয়নো যুগ্ম ৰাত্ৰিত ভাৰ্য্যা গমন কৰিলে পুত্ৰ জন্ম হয় যেহেতু "পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্য্যা, পুত্ৰ-পিণ্ড প্ৰয়োজনং।" আৰু অযুগ্ম ৰাত্ৰিত কন্যা জন্ম হয়।

**জানিবলগা ঃ**—স্ত্ৰীৰ মাসিক ঋতুৰেই সন্তান উৎপাদনৰ সামৰ্থ্য শক্তি মাথোন। পৰস্ত্ৰীত আসক্ত নহৈ সৎ পুত্ৰ কামনা কৰি নিজ স্ত্ৰীত নিৰ্দ্দিস্ট ৰাতি গমণ কৰা একান্ত

বিধেয়। ইয়াৰ অন্যথায়েই দোষাবহ অর্থাৎ অসৎ পুত্র লাভাদি কুফল হয় যথা ঃ—

ঋতুঃ প্রজাজনন যোগ্য কালঃ তন্নিমিত্তেন।
নৈমিত্তিকং গমনং কার্য্যং "স্বাবর্ত্তত:" ॥১২
ইতি—গোভিলঃ।

অত্রচ পৰাশৰঃ,—ঋতুস্নাতান্তু যো ভার্য্যাং স্বস্থঃ সন্নোপগচ্ছতি।
বাল গোঘ্নাপৰাধেন বিধ্যতে নাত্র সংশয়ঃ ॥১৩



# সপ্তোত্তৰাধ্যায়ঃ।

আগৰ অধ্যাত যোটক বিচাৰ সম্বন্ধে যাবতীয় বিষয় বিশেষ ভাবে লিখা হৈছে। এই যোটক বিচাৰ বাহিৰেও কন্যাৰ কোষ্ঠীত গ্ৰহৰ যোগাযোগত বৈধব্যযোগ, অনপত্যতা আৰু দুৰ্ভাগ্য-বিষকন্যাদি যোগ বিচাৰ কৰ্ত্তব্য। কন্যাৰ বৈধব্য যোগ থাকিলে প্ৰবল পত্নীহানি যোগ থকা বৰৰ লগত কন্যাৰ বিবাহ বিধেয়। সেই দেখি হে আৰ্য্য ঋষি সকলে বৰ-কন্যাৰ ভবিষ্যৎ সৰ্ব্বপ্ৰকাৰ মঙ্গলৰ কাৰণে নানা ৰকমে বিচাৰ গণনা অতি সুক্ষ্ম ভাবে লিখি থৈ গৈছে। এই কিতাপত বৰ-কন্যাৰ বিবাহৰ সকলো আৱশ্যকীয় বিষয়ৰ সাৰভাব বিচাৰ দিয়া হৈছে। লিখিত যুক্তিৰে বিবাহ বিচাৰ কৰি বিবাহ সম্পাদন হলে কন্যাই বৈধব্যাদি কষ্ট ভোগ কেতিয়াও কৰিব লগাত নপৰে। ইয়াৰ লগত বৰৰ আয়ুষ আৰু পত্নীহা বিচাৰ আৱশ্যক বুজি পুৰুষৰ প্ৰধান পত্নীহা যোগ দিয়া হৈছে। আয়ু বিচাৰ আৰু জ্যোতিষৰ অইন জানিব লগা বিষয় আলোচনা কৰা এই সামান্য কিতাপত সম্ভৱপৰ নহয়। এই বিলাক বিষয় গ্ৰন্থান্তৰে বিশেষ আলোচনা কৰা হৈছে।

স্ত্রী পুংসোর্জ্জন্মফলং তুল্যং কিন্তুত্রজন্মলগ্নস্থম ।
তদ্বলযোগাদ্বপুৰাকৃতিশ্চ সৌভাগ্যমষ্টমেয়ে ॥ ১

ইতি জ্যোতিঃ ।

স্ত্রীৰ জন্ম লগ্ন আৰু চন্দ্ৰ বা ৰাশিৰ উভয়ৰ ভিতৰত যি বেচি বলবান হয় তাৰপৰা স্ত্রীৰ শৰীৰ, ৰূপ, চৰিত্ৰ ; সপ্তম ভাৱত থকা গ্রহৰ পৰা পতিৰ শুভাশুভ, অষ্টম ভাৱত পতিৰ মৃত্যু আৰু পঞ্চম স্থানত সন্তান-প্রসবাদি বিচাৰ হয় ॥ ১

যুগ্মেষু লগ্নশশিনোঃ প্রকৃতি স্থিত স্ত্রী ।
সচ্ছীল ভূষণযুতা শুভ দৃষ্টয়োশ্চ ।
ওজস্থায়াশ্চ পুৰুষাকৃতি শীলযুক্তা ।
পাপাচ পাপযুত বীক্ষিতয়ো গুৰ্ণোনা ॥ ২

ইতি জ্জাতকে ।

স্ত্রীৰ জন্মলগ্ন বা ৰাশি যুগ্ম হলে স্ত্রীস্বাভাবিক গুণ যুক্তা আৰু সুশীলা হয় । এই যোগত শুভ গ্রহৰ দৃষ্টি থাকিলে কন্যা সুন্দৰী আৰু অলঙ্কাৰযুক্তা, যদি চন্দ্ৰ বা লগ্ন বিষম ৰাশিগত হয় স্ত্রী পুৰুষাকৃতি আৰু পুৰুষযুক্তা স্বভাব বিশিষ্টা কিন্তু ইয়াত পাপগ্রহ যুক্ত বা দৃষ্ট হলে জাতিকা পাপী আৰু গুণহীনা হয় । লগ্ন আৰু চন্দ্ৰৰ মাজত এটা যুগ্ম আৰু আনটো অযুগ্ম ৰাশি হলে স্ত্রী মধ্যৰূপা হয় ॥ ২

## অথ নাৰী চক্ৰম্।

পুৰুষৰ জাত-চক্ৰৰ পৰা যেনেকৈ শুভাশুভ বিচাৰ যোগ্য সেইদৰে নাৰী চক্ৰৰ পৰা স্ত্ৰীৰ শুভাশুভ ফল বিচাৰ হয়। যথা—

নাৰীচক্ৰে মস্তকে ত্ৰীনিভানি বক্ত্ৰে, ভানাং সপ্তকং স্থাপনীয়ং।
প্ৰত্যেকং স্যুৰ্ব্বেদতাৰা উৰোজে তিস্ৰস্তাৰা হৃৎপ্ৰদেশে নিবেশ্যাঃ
নাভৌদেয়ং ভত্ৰয়ং ত্ৰীনিগুহ্যে ভানোৰ্ধিষ্ণ্যাচ্চন্দ্ৰ ধিষ্ণা বধিস্থং॥
স্যাৎসন্তাপঃ শীৰ্ষতো বক্ত্ৰ সংস্থে নিত্যং মিষ্টান্নাদি সৌখ্যোপলব্ধিঃ।
কামং স্বামী প্ৰেমবৃদ্ধিঃ স্তনস্থে বক্ষোদেশে বস্থিতোঽতীবহৰ্ষঃ।
পত্যুশ্চিন্তানন্দ বৃদ্ধিশ্চ নাভৌ গুহ্যস্থে স্যান্মন্মথা ধিকামুচ্চৈঃ॥
ইতি বৃদ্ধযবনে।

এগৰাকী মাইকীৰ চবি কল্পনা কৰি জন্ম দিনত ৰবিয়ে ভোগ কৰা নক্ষত্ৰৰ অঙ্কৰ পৰা আৰম্ভ কৰি জন্ম দিনৰ চন্দ্ৰই ভোগ কৰা নক্ষত্ৰলৈ নক্ষত্ৰাঙ্ক বহুৱাই ফল চাব লাগে যথা ঃ—

| অঙ্গ | নক্ষত্ৰ | ফল |
|---|---|---|
| মুৰত | ৩টা নক্ষত্ৰ | সন্তাপযুক্তা। |
| মুখত | ৭টা নক্ষত্ৰ | সুখ আৰু উত্তম খাদ্য লাভ। |
| দক্ষিণ স্তনত | ৪টা নক্ষত্ৰ | স্বামীৰ প্ৰেম লাভ। |
| বাম স্তনত | ৪টা নক্ষত্ৰ | |

| | | | |
|---|---|---|---|
| হৃদয়ত .. | ৫টা নক্ষত্ৰ | ... | অতি সুখ সন্তোষ যুক্তা। |
| নাইত ... | ৩টা নক্ষত্ৰ | স্বামীৰ সুখ সন্তোষ বৃদ্ধি কাৰিকা। | |
| গুহ্যত ... | ৩টা নক্ষত্ৰ | ... | ... কামাসক্তা হয়। |

অথবিবাহেবক্তব্য কন্যাৰপঞ্চদোষ ।

পঞ্চপাণিগ্ৰহে দোষা বৰ্জ্জনীয়া প্ৰযত্নতঃ ।
দাবিদ্ৰ্যমৃত্যু-বৈধব্য পৌংশ্চল্যমনপত্যতা ॥৪

জন্মকালিন কন্যাৰ পাচোঁটা দোষ থাকে । এই দোষ-যোগ বিচাৰ স্ত্ৰীজাতকৰ বিবাহ যোটন-বিচাৰৰ এটা প্ৰধান অঙ্গ ।

দোষ যথা ঃ—১। বৈধব্য-যোগ । ২। অনপত্যতা-যোগ। ৩। বেশ্যা-যোগ । ৪। দাৰিদ্ৰ্য-যোগ । ৫। মৃত্যু-যোগ ।

ইয়াৰ বাহিৰেও বিশেষ বাৰ নক্ষত্ৰাদিত জন্ম হোৱাত বিষকন্যা দোষ যোগ বিচাৰ যোগ্য ॥৪

লগ্নে দ্বিপাপো যস্যাস্তুত্ৰিপাপো যদিবা ভবেৎ ।
পতি নাশ কৰো যোগোযদি শক্ৰ সমঃপতিঃ ॥৫

কন্যাৰ জন্ম-লগ্নত দুটা বা তিনটা পাপ গ্ৰহ থাকিলে কন্যাৰ পতি ইন্দ্ৰ-তুল্য হলেও কন্যা বিধবা হয় ।৫

লগ্নেব্যয়ে চ পাতালে সপ্তমেচাষ্টমে কুজে ।
কন্যা হৰতিভৰ্ত্তাৰং ভৰ্ত্তাভাৰ্য্যাং হনিষ্যতি ॥৬

অষ্টমত বৃহস্পতি, বুধ, চন্দ্র, শুক্র অথবা ৰাহু থাকিলে স্ত্ৰী পতি সহ বিচ্ছেদ বা পতি মৃত্যু হয়।

অষ্টমত ৰবি অথবা মঙ্গল থাকিলে স্ত্ৰী বিধবা হয়। কিন্তু শনি থাকিলে স্ত্ৰী ধনবতী আৰু পতিপ্ৰিয়া হয়॥ ১৩

মত ভেদে অষ্টমত ৰবি থাকিলে ৰক্তস্ৰাব, আৰু শনি থাকিলে ৰোগ যুক্তা হয়। কন্যাৰ জন্ম লগ্ন অথবা চন্দ্ৰৰ (ৰাশিৰ) অষ্টমত কোনো গ্ৰহেই শুভ নহয়। যথা :—

সূৰ্য্যশ্চ ৰুধিৰস্ৰাবং শনি ৰোগা ময়ে যুতাং।
অষ্টমস্থা গ্ৰহাঃ ন্যূনংনস্ত্ৰিয়াঃ শোভনা মতাঃ ॥১৪

স্ত্ৰীৰ জন্ম লগ্নৰ অষ্টমত পাপ গ্ৰহ থাকিলে স্ত্ৰী বিধবা হয়। অষ্টম পতি যি গ্ৰহৰ নবাংশত থাকে সেই গ্ৰহৰ দশাত পতি মৃত্যু হয়। কিন্তু দ্বিতীয় স্থানত শুভ গ্ৰহ থাকিলে অথবা (বৈধব্য যোগ কোনো ৰকমে ভঙ্গ থাকিলে) স্ত্ৰীৰ নিজৰ মৃত্যু হয়॥ যথা :—

বৈধব্যং স্যাৎ পাপখেটেঽষ্টমস্থে
ৰন্ধ্ৰ স্বামী সংস্থিতো যস্য চাংশে।
মৃত্যুঃ পাকে তস্য বাচ্যোঽঙ্গ নায়াঃ।
সৌম্যৈ ৰৰ্থ স্থানগৈঃ স্যাৎ স্বয়ং হি ॥১৫

## বিষকন্যা-যোগাঃ ।

বিষকন্যা মানে অলক্ষণা কন্যা অৰ্থাৎ যাৰ পতিপুত্ৰ একোৱেই নাই যথা ঃ—

বিষাখ্যা শোক সন্তপ্তা দুৰ্ভগামৃতপুত্ৰিকা ।
বস্ত্ৰ ভৰণ হীনা চ পুৰাণৈৰুদিতা বুধৈঃ ।১৬

তলত দিয়া তিথি, বাৰ আৰু নক্ষত্ৰ বিশেষে জন্ম হোৱা কন্যা আৰু জন্ম সময়ত বিশেষ গ্ৰহ যোগত কন্যা বিষ-কন্যা হয় । যথা ঃ—

ভদ্ৰা তিথিৰ্যদাশ্লেষা শতভং কৃত্তিকা তথা ।
মন্দাৰ ৰবি বাৰাশ্চে দ্বিষকন্যা বুধৈঃ স্মৃতাঃ ॥১৭

যি কন্যা ভদ্ৰা তিথিত অৰ্থাৎ ২য়া ৭মী, আৰু ১২ শীত, অশ্লেষা শতভিষা অথবা কৃত্তিকা নক্ষত্ৰত, ৰবি, শনি আৰু মঙ্গল বাৰে জন্ম হয় তেনে কন্যাক জ্ঞানী সকলে বিষ-কন্যা বোলে ॥২

অপিচ বৃদ্ধ যবনে ঃ—

দ্বাদশী বাৰুণঃ সূৰ্য্যে বিশাখা সপ্তমী কুজে ।
মন্দেহশ্লেষা দ্বিতীয়াচ বিষযোগাস্ত্ৰয়ো মতাঃ ॥১৮

ৰবিবাৰে দ্বাদশীতিথি শতভিষানক্ষত্ৰত, মঙ্গলবাৰে সপ্তমী

তিথি বিশাখা নক্ষত্ৰত আৰু শনিবাৰে দ্বিতীয়া তিথি অশ্লেষা নক্ষত্ৰত জন্ম হোৱা কন্যাক বিষকন্যা বোলে ॥১৮

পাপে লগ্নে শুভখগযুতঃ পাপ খেটা ৰবি স্থৌ।
স্যাতাং যস্যা জনন সময়ে সা কুমাৰী বিষাখ্যা ॥

পাপ ক্ষেত্ৰত জন্ম হোৱা কন্যাৰ লগ্নত শুভ গ্ৰহ যোগ হৈ ষষ্ঠত পাপ গ্ৰহ থাকিলে কন্যা বিষকন্যা হয় ॥১৯

## অনপত্যা-যোগঃ।

ষড়াদিত্ৰয়সংস্থোঽপিনীচোবাপাৰি-সংস্থিতঃ।
পাপাক্ৰান্তে সুত স্থানে সুতংকষ্টাদ্বিনির্দ্দিশেৎ ॥
অশুভে ঋক্ষেঽস্তগতে অনপত্য ভবেদশুভদৃষ্টে ॥২০

পুত্ৰপতি ষষ্ঠ, অষ্টম্ বা দ্বাদশত, নীচ ৰাশিত নাইবা শত্ৰু-গৃহ-গত হলে অথবা পুত্ৰস্থানত পাপ গ্ৰহ যুক্ত হলে স্ত্ৰী সন্তানহীনা হয়, আৰু এই যোগত সন্তান হলেও অতি কষ্টতহে হয় ॥

সপ্তম স্থানত অশুভ গ্ৰহ-দৃষ্ট পাপগ্ৰহ থাকিলে স্ত্ৰী অনপত্যা হয় ॥২০

## দাৰিদ্ৰ্য-যোগাঃ।

লগ্নাধিপেশত্ৰুগৃহংগতে বা যষ্ঠেশ্বৰেলগ্নগতেঽপিবাচেৎ
বিলগ্নপে মাৰক নাথ দৃষ্টেনাৰীভবেন্নির্ধনাবাপিবৈশ্যঃ। ২১

লগ্নাধিপতি ষষ্ঠত অথবা ষষ্ঠপতি লগ্নত হৈ মাৰকাধিপতি দ্বাৰা দৃষ্ট হলে কন্যা বণিক হলেও দৰিদ্ৰা হয় ॥২১

লগ্নেন্দু কেতু সংযুতে বা লগ্নেশে নিধনংগতে।
মাৰকেশ যুতেদৃষ্টে জাতা বৈনিৰ্ধনাভবেৎ ॥২২

লগ্ন বা চন্দ্ৰ কেতু যুক্ত হলে আৰু লগ্নপতি অষ্টমস্থ হৈ অষ্টম পতিৰ দ্বাৰা দৃষ্ট বা যুক্ত হলে স্ত্ৰী ধন হীনা হয় ॥২২

## দুৰ্ভাগ্য-যোগঃ।

ব্যয়াষ্টগে কুজে ক্ৰূৰযুতে ৰাহৌ চ লগ্নগে।
ৰণ্ডাথ লগ্নগে সূৰ্য্যে ভৌমে বা দুৰ্ভগা শনৌ ॥২৩

কন্যাৰ জন্ম-লগ্নৰ ৮ম বা ১২ শত মঙ্গল আৰু পাপ যুক্ত ৰাহুলগ্নত থাকিলে সেই কন্যা বিধবা আৰু বেশ্যা হয়।
স্ত্ৰীৰ লগ্নত ৰবি, মঙ্গল অথবা শনি থাকিলে সেই কন্যা হত-ভাগিনী হয় ॥২৩

## সহমৰণ-যোগঃ।

চন্দ্ৰাৎ সপ্তমগঃ পাপো যস্যা শুভযুতোভবেৎ।
শত্ৰু নীচ গৃহস্থশ্চ ম্ৰিয়তে পতিনা সহ ॥২৪
মেষ কৰ্কটয়োলগ্নংপঞ্চমস্থো নিশাকৰঃ।
দ্বিতীয়স্থো যদাজীবঃসহানুমৰণংভবেৎ ॥২৪

জন্ম কুণ্ডলিৰ লগ্ন, চতুৰ্থ, সপ্তম কেন্দ্ৰত আৰু অষ্টম বা দ্বাদশত মঙ্গলগ্ৰহ থাকিলে স্ত্ৰীৰ স্বামী নাশ আৰু স্বামীৰ পত্নী নাশ হয় ॥৬

উৎসৃষ্টা ৰবিণা কুজেন বিধবা বাল্যেঽস্তৰাশিস্থিতে।
কন্যে বা শুভ বীক্ষিতেঽৰ্কতনয়ে দ্যূনেজৰাংগচ্ছতি ॥ ৭

কন্যাৰ জন্ম-লগ্নৰ সপ্তমে (অথবা লগ্নতকৈ চন্দ্ৰ বলবান হলে চন্দ্ৰৰ সপ্তমত) ৰবি থাকিলে স্ত্ৰীক স্বামীয়ে নিজে পৰিত্যাগ কৰে, পাপদৃষ্ট মঙ্গল থাকিলে কন্যা বালবিধবা আৰু সপ্তমত পাপদৃষ্ট শনি থাকিলে কন্যাৰ বিবাহ নহয় আৰু বিবাহ হলেও যৌবনৰ অন্তত বৃদ্ধ সহ বিবাহ হয়। ৭

জন্মাষ্টান্ত গতে ক্ৰূৰে স্বৰাশেঃ সপ্তমেঽপিৰা।
বিবাহে বিধবা কন্যা যদি স্বামী পুৰন্দৰঃ ॥৮

কন্যাৰ জন্ম ৰাশিত অথবা তাৰ সপ্তম, অষ্টম, নাইবা দ্বাদশত পাপ গ্ৰহ থাকিলে কন্যাৰ স্বামী ইন্দ্ৰতুল্য হলেও কন্যা বিধবা হয় ॥৮

পাপ গ্ৰহ সপ্তম লগ্নগেহে ভৰ্ত্তা দিবং গচ্ছতি সপ্তাব্দে।
নিশা কৰে চাষ্টম বৈৰি ভাবেত দাষ্টমাব্দে নিধনং প্ৰয়াতি ॥৯

কন্যাৰ লগ্নৰ পৰা সপ্তমত পাপ গ্ৰহ থাকিলে জাতিকাৰ

বিয়াৰ সাত বছৰত পতি মৃত্যু হয় আৰু যদি ষষ্ঠ অথবা অষ্টমত চন্দ্ৰ থাকে জাতিকাৰ পতি বিয়াৰ আঁঠ বছৰত মৃত্যু হয় ॥ ৯

সপ্তমেশোঽষ্টমে যস্যাঃ সপ্তমে নিধনাধিপঃ ।
পাপে ক্ষণ যুতা বালা বৈধব্যং লভতে ধ্রুবম্ ॥১০

কন্যাৰ ৭ম পতি ৮মত আৰু ৮ম পতি ৭মত বিনিময় যোগ হৈ সপ্তমত পাপ যুক্ত বা দৃষ্ট হলে কন্যা নিশ্চয় বিধবা হয় ॥১০

পাপয়োৰন্ত-লগ্নে চ চন্দ্ৰে বা যদি জায়তে ।
তদা কন্যা কুলং হন্তি পিতুশ্চ শ্বশুৰস্য চ ॥১১

কন্যাৰ জন্ম কালত লগ্ন বা চন্দ্ৰ পাপ মধ্যগত হলে সেই কন্যা পিতৃ বংশ আৰু শ্বশুৰ বংশ ধ্বংশ কাৰিণী হয় ॥১১

অমাবস্যাংগতে চন্দ্ৰে নাৰীণাং জন্ম গৰ্হিতং ।
বৈধব্যং নিধনং তত্ৰ নিৰ্ব্যাজং তনুগঃ শশীঃ ॥১২

অমাবস্যাৰ দিনা জন্ম কন্যাৰ বৃষ লগ্নৰ বাহিৰে অইন লগ্নত চন্দ্ৰ যুক্ত হলে সেই কন্যা লাজহীনা, দুখিনী আৰু বিধবা হয়॥১২

স্থানেঽষ্টমে গুৰু বুধে নিয়তং বিয়োগং
মৃত্যুং শশী ভৃগু সুতশ্চ তথৈব ৰাহুঃ ।
সূৰ্য্যঃ কৰোতি বিধবাং ক্ষিতিজস্তথৈব
বৈবস্বতো ধনবতীং পতি বল্লভাঞ্চ ॥১৩

স্ত্ৰীৰ জন্ম ৰাশি চন্দ্ৰৰ পৰা সপ্তম স্থানত কোনো পাপ গ্ৰহ শত্ৰু অথবা নীচ ঘৰত শুভ-গ্ৰহৰ লগত থাকে সেই স্ত্ৰী পতিৰ লগত মৃত্যু হয় ॥২৪

মেষ অথবা কৰ্কট লগ্নত জন্ম-স্ত্ৰীৰ পঞ্চমত চন্দ্ৰ আৰু দ্বিতীয়ত বৃহস্পতি থাকিলে সেই স্ত্ৰী পতিৰ লগত মৃত্যু হয় ॥২৫

অথ বৈধব্য-বিষ-কন্যা-অনপত্যাদিদোষভঙ্গযোগাঃ

লগ্নাদ্ বিধোৰ্বা যদি জন্ম কালে
শুভ গ্ৰহো বা মদনা ধিপশ্চ।
দ্যূন স্থিতো হন্ত্যন পত্য দোষং—
বৈধব্য দোষঞ্চ বিষাঙ্গনোত্থম্ ॥২৬

ইতি জ্যোতিৰ্নিবন্ধে।

অত্ৰ পাৰিজাতে ;—

ধৰ্ম্মস্থঃ শুভ খেচৰাঃ স্মৰগতে পাপেঽষ্টমস্থেঽথবা
ভৰ্ত্তৃ-স্ত্ৰী বহু পুত্ৰ সৌখ্য বিভবৈঃ সাৰ্দ্ধং চিৰঞ্জীবতি ॥২

স্ত্ৰীৰ জন্ম লগ্ন অথবা জন্ম ৰাশিৰ পৰা সপ্তম স্থানত শুভ গ্ৰহ অথবা সপ্তমাধিপতি থাকিলে স্ত্ৰীৰ বৈধব্য, অনপত্য আৰু বিষাঙ্গনাদি দোষ নষ্ট হয় ॥২৬

পাৰিজাত গ্ৰন্থ মতে স্ত্ৰীৰ সপ্তম অথবা অষ্টমত পাপ গ্ৰহ যোগ হৈ দোষ যুক্তা হলেও যদি নবম ভাগ্যত বলবান

শুভ গ্ৰহ থাকে তেন্তে স্ত্ৰীয়ে স্বামী সহ অনেক কাল সুখীনী ভোগিনী আৰু পুত্ৰবতী হৈ কাল কটায়।২৭

সৌভাগ্যযোগঃ।

জ্যোতিষ আৰু জাতকভৰণমতে বৃহস্পতি আৰু শুক্ৰ স্ত্ৰী জাতকত নিৰ্দ্দোষী হৈ কেন্দ্ৰ ত্ৰিকোণগত হলে স্ত্ৰীৰ দুৰ্ভাগ্যযোগ থাকিলেও যোগবলে সৌভাগ্যবতী হয় অৰ্থাৎ পতি পুত্ৰ যুক্তা আৰু সম্পত্তি শালিনী হয় যথা ;—

বাচস্পতৌ নৱম-পঞ্চম কণ্ট সংস্থে,
জাতাঙ্গনা ভবতি পূৰ্ণ বিভূতি যুক্তা।
সাধ্বী সুপুত্ৰ জননী সুখিনী গুণাঢ্যা ;
সপ্তাষ্টকে যদি ভবেদ শুভ গ্ৰহোহপি ।।২৮

অপিচ জাতকা ভৰণে শুক্ৰ ফলম্ ;—

যুবতিৰস্থৰ পূজ্যে কেন্দ্ৰগে ধৰ্ম্মগে বা,
সততমমল মূৰ্ত্তি স্নিগ্ধ দৃষ্ট্যাননা চ।
উভয় কুল বিভূত্যা লব্ধ কীৰ্ত্তিশ্চ জাতা,
সুখয়তি সুখ-শীলা স্বামিনং ভোগিনী সা ॥২৯

অথ পত্নীহানি যোগাঃ।

শন্যাৰ ফণি সংযুক্তঃ কলত্ৰেশো যদা ভবেৎ।
ক্ৰুৰ ষষ্ঠ্যাংশগো বাপি কলত্ৰ মৰণং বদেৎ।।৩০

সপ্তম পতি পাপ যুক্ত অথবা ক্রূৰ ষষ্ঠাংশগত হলে জাতকৰ পত্নীহানি হয় ॥৩০

স্বৰ্ভানৌ চেদ্দ্যূনগে পাপ দৃষ্টে—
পাপৈর্যুক্তে নৈব পত্নী যুতিঃ স্যাৎ।
সম্ভূতা বা ম্রিয়তে স্বল্প কালাৎ
সৌম্যৈ র্যুক্তে বীক্ষিতে বা বিলম্বাৎ ॥৩১

পাপযুক্ত বা দৃষ্ট ৰাহু সপ্তমস্থ হলে বিবাহ নহয়। হলেও স্ত্রীৰ মৃত্যু হয়। শুভ গ্রহ দৃষ্ট বা যুক্ত হলে বিলম্বে স্ত্রী লাভ হয়।২

লগ্নাচ্চন্দ্রাৎ পাপ খেটাঃ কলত্র হন্ত্যুঃ॥
পুংসাং বীৰ্য্য যোগাৎ কলত্রম্ ॥৩২

লগ্ন বা চন্দ্ৰৰ সপ্তমত পাপ গ্রহ থাকিলে পত্নীহানি হয়।।৩২

চতুর্থাষ্টমগৈঃ শুক্রাৎ সৌৰাৰাৰ্কৈ হু্র্তাশনাৎ।
তেষাং দ্বয়োস্তু মধ্যস্থে তথা শুক্রে নিপাতনাৎ,
শুক্রে সদ্ যোগহীনে পাশাদ্ ভাৰ্য্যা বধো ভবেৎ॥
নীচে ভৃগৌ বা যদি বা শশাঙ্কে নীচ স্থিতেঽত্রা মুনি
দাৰহানিঃ।৩৩

শুক্রৰ চতুৰ্থ আৰু অষ্টমত শনি, মঙ্গল আৰু ৰবি থাকিলে অথবা শুক্র শুভ যোগ দৃষ্টি ৰহিত হৈ বলবান পাপযুক্ত হলে পত্নী হানি হয়। শুক্র বা চন্দ্র নীচ ৰাশিত চতুৰ্থ হলে পত্নী হানি হয়।

ষষ্ঠে চ ভবনে ভৌমঃ সপ্তমে ৰাহুসম্ভবঃ ।
অষ্টমে চ সদা সৌৰি ভাৰ্য্যা তস্য ন জীৱতি ।।৩৪

ষষ্ঠত মঙ্গল, সপ্তমত ৰাহু আৰু অষ্টমত শনি থাকিলে পত্নী হানি হয় ।।৩৫

নীচে গুৰৌ মদন গে সতি নষ্ট-দাৰো ।
মীনে কলত্ৰ ভবনে ৰবিজে তথৈব ।।৩৫

নীচস্থ বৃহস্পতি সপ্তমস্থ অথবা মীনস্থ শনি সপ্তমস্থ হলে জাতকৰ স্ত্ৰী হানি হয় ।।৩৫

লগ্নেহ্যনে দ্বাদশে পাপ খেটে
ক্ষীণে চন্দ্ৰে ধীস্থিতে বা খলক্ষে ।
পত্নীহীনা মানবঃ স্যান্নিতান্তং ।
পুত্ৰহীন শ্চেতি বৈ চিন্তনীয়ম ।।৩৬

লগ্ন, সপ্তম, আৰু দ্বাদশত, পাপ গ্ৰহ থাকি পঞ্চমত পাপ ক্ষেত্ৰত ক্ষীণ চন্দ্ৰ থাকিলে জাতকৰ পত্নী পুত্ৰ হীন হয় ।।৩৬

লগ্নে ব্যয়েচ পাতালে যামিত্ৰে চাষ্টমে কুজে ।
কন্যা হৰতি ভৰ্ত্তাৰং ভৰ্ত্তাভাৰ্য্যাং হনিষ্যতি ।।৩৭
ভূমি পুত্ৰে দ্যূন ভাবে প্ৰযাতে কান্তাহীনঃ সততং
লব্ধানুনং ম্ৰিয়তে মন্দ দৃষ্টে সৌম্যৈঃখেটৈ বীক্ষিতেনৈবচাত্ৰ ।।৭

লগ্ন, চতুৰ্থ, সপ্তম, অষ্টম, বা দ্বাদশত মঙ্গল থাকিলে পুৰুষৰ স্ত্ৰী হানি আৰু স্ত্ৰীৰ পতি হানি হয় ।।৩৭

মঙ্গল সপ্তমত থাকি শনি দৃষ্টহলে নিশ্চয় পত্নী হানি হয়। কিন্তু মঙ্গল বলবান হৈ শুভ গ্ৰহৰ দ্বাৰা দৃষ্ট হলে স্ত্ৰী হানি নহয় ॥৫৮

## সৰ্ব্বাঙ্গী জ্ঞানম্।

দাম্পত্যোৰ্ণাম ঋক্ষাণি একী কৃত্য ত্ৰিধামতং।
যুগাগ্নি পঞ্চ গুণিতং সপ্তাষ্টৰস ভাজিতং ॥
আদি শূন্যে ভবেৎ ৰণ্ডা মধ্য শূন্যে দৰিদ্ৰতা।
অন্তশূন্যে মৃতাবাপ্তি সৰ্ব্ব শূন্যেচ শূন্যতা ॥

ইতি জ্যোতিষে।

বৰ আৰু কন্যাৰ সৰ্ব্বাঙ্গী চোৱা নিয়মো আমাৰ দেশত চলে। এই উপায়ে বৰ কন্যাৰ যোটন মেলনৰ নক্ষত্ৰৰ পৰা উভয়ৰ ভবিষ্যত শুভাশুভ বিচাৰ কৰে। বৰ-কন্যাৰ উভয়ৰ নক্ষত্ৰাঙ্ক যোগ কৰি তিনি ভাগ কৰি ৰাখিব লাগে। প্ৰত্যেক ভাগকে ক্ৰমে দুই, তিনি আৰু পাঁচেৰে পূৰণ কৰি পূৰণ ফলক ক্ৰমে পাচ, আঁঠ আৰু ছয়ৰে হৰণ কৰিব লাগে। হৰণত ভাগ শেষ নেথাকিলে অত্যন্ত অশুভ। পাচেৰে হৰণত বাকী নেথাকিলে কন্যা বিধবা, দ্বিতীয় ভাগৰ ভাগফল নেথাকিলে অন্ন বস্ত্ৰ হীনা আৰু সেইদৰে তৃতীয় ভাগত বাকী নেথাকিলে সন্তান মৃত্যু হয় বুলি জানিব লাগে।

## পৰিশিষ্ট ।

প্ৰথম শিক্ষাৰ্থিৰ সুবিধাৰ কাৰণে তলত কেইটামান উদাহৰণ দি যোটক বিচাৰ কৰি লিখা হৈছে। যোটক বিচাৰৰ পূৰ্ব্বেই বৰ-কন্যাৰ ৰাশিৰ পৰা ভকূট বা ৰাশি কূট বিচাৰ কৰা উচিত। ৰাশি কূট বিচাৰত যদি ৰাজ যোটন মেলক, অথবা মিত্ৰ-দ্বিদ্বাদশ—নব-পঞ্চম নাইবা মিত্ৰ-ষড়ষ্টক হয় তেতিয়া অপৰ কূট ভাব বিচাৰ আৱশ্যক। ইয়াৰ বিপৰীতে অৰ্থাৎ অৰি যোটনত অইন ভাব বিচাৰ প্ৰয়োজন নাই। অষ্ট প্ৰকাৰ কূট বিচাৰ শুভ হৈ জাতক জাতিকাৰ কুণ্ডলিষ্ঠ গ্ৰহৰ পতিহা-পত্নীহা আৰু সন্তান ধনাদি ভাব মিল হলে বিবাহ জীৱনত বৰ-কন্যাৰ সম্পূৰ্ণ শুভ ফল হয়॥

১। বৰৰ কোষ্ঠী।

| | | |
|---|---|---|
| শু ৩ / ৰা ম ৭ ৰ বু ৬ | ০ | লং / ০ |
| শ ৯ | | |
| ০ / ০ | ০ | বৃ চ ১৯ কে / ০ |

শকাব্দঃ—১৮১১-২-২৮-৫-১১

শ্ৰীভুবনেশ্বৰ শৰ্ম্মা।

সাণ্ডিল্য গোত্ৰ।

২। কন্যাৰ কোষ্ঠী।

| | | |
|---|---|---|
| ০ / ৰ বু ৭ | ০ | বৃ কে ২৭ |
| ০ | | শ ২২ |
| শু ১০ / ৰা ম ১৪ | লং | চ ২০ |

শকাব্দঃ—১৮২৫-২-২২-২-১২

শ্ৰীমতী ভবানী দেবী।

ভৰদ্বাজ গোত্ৰ।

১ম উদাহৰণ।

মূলা নক্ষত্ৰাশ্ৰিত বৰৰ ধনু ৰাশি।

পূৰ্ব্বাষাঢ়া নক্ষত্ৰাশ্ৰিত কন্যাৰ ধনু ৰাশি ॥

| | কূট | বিচাৰ | ফল |
|---|---|---|---|
| ১। | বৰ্ণকূট | বৰ-কন্যা উভয়ৰ ক্ষত্রিয় বৰ্ণ। কন্যা বৰ্ণ শ্ৰেষ্ঠা নহয়। | শুভ |
| ২। | বশ্যকূট | বৰৰ ধনুৰ পূৰ্ব্বাৰ্দ্ধ-চতুষ্পদ্ ৰাশি। কন্যাৰ ধনুৰ শেষাৰ্দ্ধ-দ্বিপদ ৰাশি। কন্যা বশ্যা। | শুভ |
| ৩। | তাৰাকূট | বৰৰ জন্ম নক্ষত্ৰৰ পৰা কন্যাৰ নক্ষত্ৰলৈ গণনা কৰিলে দ্বিতীয় হোৱাত বৰৰ তাৰা শুদ্ধি হৈছে। কন্যাৰ নক্ষত্ৰৰ পৰা বৰৰ নক্ষত্ৰলৈ নবম হোৱাত কন্যাৰো তাৰা শুদ্ধি। | বিশেষ শুভ |
| ৪। | যোনিকূট | বৰৰ মূলা নক্ষত্ৰ হোৱা বাবে কুকুৰ যোনি। কন্যাৰ পূৰ্ব্বাষাঢ়া নক্ষত্ৰত বানৰ যোনি হৈছে। যোনি বৈৰ নহয়। | মধ্যম |
| ৫। | গ্ৰহমৈত্ৰ কূট | বৰৰ ৰাশ্যাধিপ বৃহস্পতি। কন্যাৰ ৰাশ্যাধিপো বৃহস্পতি একে গ্ৰহ। | বিশেষ শুভ |
| ৬। | গণকূট | বৰৰ মূলা নক্ষত্ৰ হোৱা বাবে ৰাক্ষস গণ। কন্যাৰ পূৰ্ব্বাষাঢ়া নক্ষত্ৰত নৰগণ; গণ মিল নহয়। | বিশেষ অশুভ |
| ৭। | ৰাশিকূট | উভয়ৰ একে ৰাশি হোৱা বাবে একাধিপত্য ৰাজ যোটন হৈছে। | বিশেষ শুভ |
| ৮। | ত্ৰিনাড়ী কূট | বৰৰ আদ্য নাড়ী নক্ষত্ৰ। কন্যাৰ মধ্যনাড়ী নক্ষত্ৰ। নাড়ী বেধ নাই। | শুভ |

ওপৰত লিখা অষ্টভাব কুট বিচাৰত কেৱল গণ হে বিশেষ অশুভ। বাকী সকলো ভাব শুভ। ৰাজযোটিন হৈ যোনি বশ্যাদি শুভ থকাত গণ দোষ নষ্ট হৈছে। সৰ্ব্বাঙ্গীও বিচাৰত শুভ। এই কূটাদি বিচাৰত বৰ-কন্যাৰ বিবাহ মঙ্গলজনক দেখা যায়।

## অথ কুণ্ডলিস্থগ্ৰহবিচাৰ ঃ—

**পত্নীহা দোষ ;**—বৰৰ লগ্নৰ চতুৰ্থ কেন্দ্ৰত পাপ যুক্ত মঙ্গল আছে। চন্দ্ৰৰো সপ্তমত বহু পাপ থকাত পত্নীহা যোগ বলবান হৈছে।

**পতিহা দোষ ঃ**—কন্যাৰ লগ্নৰ দ্বাদশত মঙ্গল শত্ৰু ক্ষেত্ৰত পাপ যুক্ত। চন্দ্ৰ লগ্নৰ সপ্তমতো পাপ আছে। কিন্তু কন্যাৰ চন্দ্ৰৰ কেন্দ্ৰ-ত্ৰিকোণত শুভ গ্ৰহ থকাত দোষ নিজে অনেক লাঘবহে কৰিছে। সূঃ ২৬।২৮ পৃঃ ১০৭ এই দোষ উভয়ৰ মিল আছে। কন্যাৰ ধন স্থান শুভ দৃষ্ট। পুত্ৰ কাৰক গ্ৰহো নিজ ক্ষেত্ৰগত হৈ শুভ দায়ক হৈছে।

**গোত্ৰাদিত মিল নাই।**

কুণ্ডলিৰ গ্ৰহ বিচাৰ ফলো শুভ জনক। এনে মিল হোৱা যোটন অতি কম॥

১। বৰৰ কোষ্ঠী।

| | | |
|---|---|---|
| লং বুড / ৰা ৫ | শ১ | ০ / ম২৫ |
| শু ৰ ৭ | | ০ |
| বৃ১১ / ০ | ০ | চ ২১ / কে১৭ |

শকাব্দঃ-১৮৩১-১২-৪-২৮-২০ ।

শ্ৰীভবেন্দ্ৰ শৰ্ম্মা।

কাশ্যপ গোত্ৰ।

২। কন্যাৰ কোষ্ঠী।

| | | |
|---|---|---|
| কে ৪ / ৰ বু৭ | ০ | ম ২৭ / ০ |
| বৃ ৯ | | ০ |
| শু শ চ ১০ / ০ | ০ | লং / ৰা ১৭ |

শকাব্দঃ-১৮৪১-২-১৮-৪-২৬ ।

শ্ৰীমতী মঙ্গলী দেৱী।

গৌতম গোত্ৰ।

তলত দিয়া অষ্ট ভাব কূট বিচাৰত গণ, বশ্যতা আৰু নাড়ী অশুভ। বাকী ভাব শুভ হৈছে।

কিন্তু ৰাজযোটনমেলক নহোৱা বাবে উক্ত দোষ নষ্ট হোৱা নাই। নব-পঞ্চকাদি যোটনত এই ভাব মিল হোৱা উচিৎ পৃঃ ৩৮। এতেকে কূট ভাব বিচাৰত বিবাহ মিলন শুভ জনক নহয়।

অথ কুণ্ডলিস্থ গ্ৰহ বিচাৰ ;—

**পত্নীহা দোষ** :—বৰৰ সপ্তম পতি পাপ দৃষ্ট। শুক্ৰ পাপ যুক্ত আৰু অষ্টমতো পাপ থকাত পত্নীহা কাৰক হৈছে। কিন্তু বৰৰ ভৌম দোষ নাই।

২য় উদাহৰণ—উত্তৰাষাঢ়া নক্ষত্ৰাশ্ৰিত বৰৰ ধনু ৰাশি।
মঘা নক্ষত্ৰাশ্ৰিত কন্যাৰ সিংহৰাশি ॥

| | কূট | বিচাৰ | ফল |
|---|---|---|---|
| ১। | বৰ্ণকূট | বৰৰ ধনু ৰাশি ক্ষত্ৰিয় বৰ্ণ। কন্যাৰ সিংহ ৰাশি ক্ষত্ৰিয় বৰ্ণ একে বৰ্ণ... | শুভ |
| ২। | বশ্যকূট | বৰৰ ধনুৰ, শেষাৰ্দ্ধ—চতুষ্পদ ৰাশি। কন্যাৰ সিংহ ৰাশি—। কন্যা বৰৰ বশ্যা নহয়। সিংহ ৰাশি কন্যা বৰৰ পূৰ্ণ বশ্যা নহয়। | অশুভ |
| ৩। | তাৰাকূট | বৰৰ জন্ম নক্ষত্ৰৰ পৰা কন্যাৰ নক্ষত্ৰলৈ গণনা কৰিলে বৰৰ তাৰা শুদ্ধ হৈছে কিন্তু কন্যাৰ নক্ষত্ৰৰ পৰা গণনাত কন্যাৰ তাৰা শুদ্ধ নাই। | মধ্যম্ |
| ৪। | যোনিকূট | বৰৰ জন্ম নক্ষত্ৰত নকুল যোনি। কন্যাৰ জন্ম নক্ষত্ৰত ইন্দুৰ যোনি। বৈৰ যোনি নহয়। | মধ্যম |
| ৫। | গ্ৰহমৈত্ৰ-কূট | বৰৰ ৰাশ্যাধিপ বৃহস্পতি। কন্যাৰ ৰাশ্যাধিপ ৰবি—মিত্ৰ। | শুভ |
| ৬। | গণকূট | বৰৰ উত্তৰাষাঢ়ানক্ষত্ৰ—নৰগণ। কন্যাৰ মঘা নক্ষত্ৰ—ৰাক্ষসগণ —গণ দোষযুক্তা। | বিশেষ অশুভ |
| ৭। | ৰাশিকূট | বৰৰপৰা কন্যা ৰাশি নৱম—কন্যাৰপৰা পঞ্চম হোৱাত—মিত্ৰ নৱপঞ্চক যোটন হৈছে। | শুভ |
| ৮। | ত্ৰিনাড়ী-কূট | উভয়ৰ পৃষ্ঠ নাড়ী নক্ষত্ৰ হোৱাত নাড়ীবেধ হৈছে। | অশুভ |

**পতিহা দোষ,**—কন্যাৰ লগ্নতকৈ চন্দ্ৰ বলৱান ; সেইদেখি চন্দ্ৰ লগ্নৰ পৰা বিচাৰ কৰিলে মঙ্গল অষ্টমস্থ হৈ দ্বিতীয়ত শুভ গ্ৰহ নথকাত পতিৰ পক্ষে বিশেষ অপকাৰ কাৰক হৈছে। চন্দ্ৰও পাপযুক্ত হৈ কেন্দ্ৰ ত্ৰিকোণত শুভ গ্ৰহ নথকাত পতিৰ পক্ষে অশুভ জনক। কন্যাৰ দোষ থাকিলে বৰৰ ভৌম দোষ একান্ত আৱশ্যক। সেই দেখি এই দুই ভাব মিল নাই।

কন্যাৰ সন্তান স্থানো শুভ নহয়। কন্যাৰ পঞ্চম পতি চন্দ্ৰৰ অষ্টমত ; আৰু চন্দ্ৰৰ পঞ্চম পতিও লগ্নৰ অষ্টমত। বৃহস্পতিৰ পঞ্চম স্থানতো পাপ গ্ৰহ থকাত সন্তান শুভ নহল।

ধন স্থান আৰু ধনপতি পাপ যুক্ত হলেও ধন স্থানত গুৰু দৃষ্ট থকাত বিশেষ অশুভ নহয়। বিচাৰ ভাবত কন্যাৰ দূৰ্ভাগ্যাদি যোগ বৰপেক্ষা প্ৰবল থকাত এনে যোটন মিলনত বৰ-কন্যাৰ কেতিয়াও শুভ হব নোৱাৰে।

১। বৰৰ কোষ্ঠী।

| | | |
|---|---|---|
| ০ ০ | ০ | ০ ৰা২৪ |
| শ ৮ | | চ ২১ |
| ম১০ কে | ৰবু | লং বৃ১৯ শু ০ |

শকাব্দ :—১৭৭৪।৬।৭।৫।১৪

গোত্ৰ :—শাণ্ডিল্য।

২। কন্যাৰ কোষ্ঠী।

| | | |
|---|---|---|
| ৰ বু শু ৭ ০ | লং ম২ কে | ০ ০ |
| চ ৮ | | ০ |
| ০ শ১৪ | বৃ ৰা ১৬ | ০ ০ |

শকাব্দ :— ১৭৮৪।২।১২।১৫

গোত্ৰ :—গৌতম।

৩য় উদাহৰণ—উত্তৰাষাঢ়া নক্ষত্ৰাশ্ৰিত বৰৰ মকৰ ৰাশি।
পুষ্যা নক্ষত্ৰাশ্ৰিত কন্যাৰ কৰ্কট ৰাশি।

| | কূট | বিচাৰ। | ফল |
|---|---|---|---|
| ১ | বৰ্ণকূট | বৰৰ মকৰ ৰাশি বৈশ্যজাতি মতান্তৰে শূদ্ৰবৰ্ণ কন্যাৰ কৰ্কট ৰাশি বিপ্ৰজাতি—কন্যা বৰ্ণশ্ৰেষ্ঠা। | অশুভ |
| ২ | বশ্যকূট | বৰৰ মকৰ—চতুষ্পদ্ ৰাশি।<br>কন্যাৰ কৰ্কট—জলজ ,, । কন্যা বশ্যা নহয়।<br>অবশ্য লোকাচাৰ অনুযায় বশ্যা। | অশুভ |
| ৩ | তাৰাকূট | বৰৰ জন্ম নক্ষত্ৰৰ পৰা কন্যাৰ নক্ষত্ৰলৈ গণনাত পোন্ধৰ হোৱাত তাৰা শুদ্ধি হৈছে কিন্তু কন্যাৰ পৰা শুদ্ধ নহয়। | মধ্যম |
| ৪ | যোনিকূট | বৰৰ নকুল, কন্যাৰ মেষ যোনি—বৈৰ নহয়। | মধ্যম |
| ৫ | গ্ৰহমৈত্ৰ | বৰৰ ৰাশ্যাধিপ শনি, } বৰৰ শত্ৰু কিন্তু<br>কন্যাৰ ,, চন্দ্ৰ, } কন্যাৰ সম। | সামান্য শুভ |
| ৬ | গণকূট | বৰৰ নৰগণ, কন্যাৰ দেৱগণ। গণ মিল নহয় কিন্তু মধ্যম বুলি ধৰিব পাৰি। | মধ্যম শুভ |
| ৭ | ভকূট | উভয়ৰ সম-সপ্তক ৰাজ যোটন হৈছে। | মধ্যম |
| ৮ | ত্ৰিনাড়ী-কূট | বৰৰ পৃষ্ঠনাড়ী নক্ষত্ৰ<br>কন্যাৰ মধ্যনাড়ী ,, । নাড়ীবেধ নাই। | অতীবশুভ |

ওপৰত বিচাৰ কৰা অষ্টভাব-কূট বিচাৰত বৰ্ণ, বশ্য, গ্ৰহ মৈত্ৰাদি ভাব অশুভ বাকী ভাব শুভ হৈছে।

ৰাজযোটন হোৱাত গণ, গ্ৰহমৈত্ৰতা আৰু বৰ্ণৰ দোষ নষ্ট হৈছে—সূত্ৰ ২৬-পৃঃ ৩১। কিন্তু বৰাহৰ মতে এই ৰাশি কূট শুভ নহয় পৃঃ ১৯। ৰাজযোটন হলেও যোনি আৰু বশ্য দোষ নষ্ট হোৱা নাই-পৃঃ ৩২।

এই ভাব বিচাৰ ফলত আৰু লগতে চিত্তশুদ্ধি থাকিলে বশ্যৰ প্ৰতিকাৰ কৰি বিবাহ বিধেয় হ'ব পাৰে।

অথ কুণ্ডলিস্থ গ্ৰহ বিচাৰঃ—

**পত্নীহা দোষ,**—বৰৰ লগ্নত শত্ৰু ক্ষেত্ৰত দ্ব্যাত্মক ৰাশিত শুক্ৰ দোষী। চন্দ্ৰৰ সপ্তমতো পাপ শনি। এই দুই গ্ৰহ বিশেষ পত্নীৰ অপকাৰ কাৰক।

**পতিহা দোষ,**—কন্যাৰ লগ্নত মঙ্গল আৰু কেতু, সপ্তমত ৰাহু—বৃহস্পতিও দোষ যুক্ত হোৱাত বৰতকৈ কন্যাৰ গ্ৰহ বেচি আছে। চন্দ্ৰৰ কেন্দ্ৰত বলবান শুভ গ্ৰহ নাই। পতিৰ আয়ু আৰু সৌভাগ্য বৃদ্ধি যোগ কাৰক গ্ৰহ অতি কম। কন্যাৰ ধনৰ ভাবপতি আৰু ধন স্থান দৰ্শি গ্ৰহৰ যোগ বল বিশেষ বলবানো নহয়।

কিন্তু কন্যাৰ সন্তান স্থান শুভ। সন্তান পতি যোগ বলে বলবান। চন্দ্ৰ আৰু বৃহস্পতিৰ পৰা পুত্ৰ স্থান শুভ। গুৰ্ব্বিস্ট-

বর্গতো সন্তান স্থান শুভ দেখিলে বিবাহ ব্যৱস্থা দিব পাৰি। তদুপৰি বিবাহ মঙ্গল জনক নহয়।

এই কন্যাই ৫টা সন্তানৰ মাতৃহৈ বিবাহ জীৱনৰ দহ বছৰৰ পিছৰ পৰা বৈধব্য ভোগ কৰে।

## গৃহ নিৰ্ম্মাণম্।

ত্ৰিগুণংবাটিকাখণ্ডং বসুশিষ্টভবেদ্বসু
ধ্বজেবিভূতি মৰণঞ্চধুম্ৰে সিংহে জয়ঃ শ্বা প্ৰকৰোত্যনৰ্থং।
বৃষে চ ভোগী খৰেদেহ পীড়াসিদ্ধির্গজে কাকপদে চ মৃত্যুঃ।

বাৰীৰ দীঘ পঠালিৰ বেওৰ যোগ সংখ্যাক ত্ৰিগুণ কৰি ৮ দি হৰণ কৰিব; শেষ ১ থাকিলে ধ্বজ—ফল বিভূতি, ২ থাকিলে ধুম্ৰ—ফল মৰণ, ৩ থাকিলে সিংহ—জয়, ৪ থাকিলে শ্বঃ—অনৰ্থকাৰক ৫ থাকিলে বৃষ—ভোগী, ৬ থাকিলে খড়—দেহ-পীড়া ৭ থাকিলে গজ—সিদ্ধি, ০ থাকিলে কাকপদ মৃত্যু জানিব। ১

দ্বিগুণং বাটীকা খণ্ডং ত্ৰিঘ্নমেকং বিবৰ্জ্জিতং।
হৰেচ্ছ সপ্ত-বিংশত্যা বাটীকা ৰাশি নিৰ্ণয়ঃ॥ (ক)

বাৰীৰ দীঘ পঠালিৰ বেওৰ সংখ্যাৰ যোগফলক দুইৰে গুণ কৰি পুনৰ তিনিৰে পুৰি এক বাদ কৰি ২৭ ৰে হৰণ কৰিব; শেষ যি থাকিব সেয়ে নক্ষত্ৰ হব, সেই নক্ষত্ৰৰ দ্বাৰাই ৰাশি

নিৰ্ণয় কৰি বিবাহৰ যোটনৰ দৰে ঘৰৰ গৃহস্থ বা গৃহস্থিনীৰ নামেৰে যোটন স্থিৰ কৰি বাৰী লব।

দীৰ্ঘপ্ৰস্থ সমাযুক্তং স্বনক্ষত্ৰ নিয়োজিতং
মুনিনাহৰতেভাগং গৃহাধিপতিদেবতা
অৰ্কে দুঃখং সুখং সোমেনানাকষ্টং কুজেভবেৎ
বুধেসৌগ্যমবাপ্নোতি গুৰৌ ধাৰ্ম্মিকমুচ্যতে।
শুক্ৰে চায়ুষ বৃদ্ধিশ্চ শনৌ সৰ্ব্বং বিনশ্যতি। (খ.

ঘৰৰ দীঘ পঠালিৰ হাতৰ সংখ্যা যোগ কৰি তাতে নিজৰ নক্ষত্ৰ যোগ দি ৭ৰে হৰণ কৰিলে গৃহৰ অধিপতি দেবতা স্থিৰ হয়। ১ থাকিলে ৰবি ফল দুঃখ, ২ থাকিলে চন্দ্ৰ সুখ, ৩ থাকিলে মঙ্গল নানা কষ্ট, ৪ থাকিলে বুধ সৌভাগ্য, ৫ থাকিলে বৃহস্পতি ধাৰ্ম্মিক, ৬ থাকিলে শুক্ৰ আয়ুষবৃদ্ধি আৰু ৭ থাকিলে শনি সৰ্ব্বনাশ হয়।

ৰূপাষ্টকৈ ৰ্বিনিহতো ভবনস্তবন্ধঃ
কৰ্ত্তুঃ স্ব ঋক্ষমিহ যুগ্মসৰৈকনিঘ্নং
একীকৃতং ৰসনিশাকৰযুগ্ম ভুক্ত শেষং
ততোভবতি পিণ্ডপদং গৃহস্য
গৃহভূমিসমাহৃত পিণ্ডপদং
বসু লোচন ৰন্ধ্ৰগজেগুণিতং
ৰবি ভূধৰ ত্ৰিংশৎ যোগহৃতং
ভবনায় বায় স্থিতিঋক্ষ পদং ॥ ইতি জ্যোতিঃ। (গ)

৮১ অঙ্কক, ঘৰৰ দীঘ পঠালিৰ হাতৰ যোগাঙ্কৰে পূৰণ কৰিব । সেই পূৰণফলৰ লগত কৰ্ত্তাৰ স্বনক্ষত্ৰৰে ১৫২ অঙ্কক পূৰণ কৰি উভয় পূৰণফলৰ অঙ্ক যোগ কৰি সেই যোগফলক ২১৬ ৰে হৰণ কৰি যি শেষ থাকিব সেই শেষফলক ৮, ২, ৯, ৮ এই চাৰিটা অঙ্কৰে ক্ৰমে পূৰণ কৰি ১২, ৭, ৩০, ২৭ অঙ্কৰে হৰণ কৰিব । শেষফল ক্ৰমে আয়, ব্যয়, স্থিতি, আৰু নিজৰ নক্ষত্ৰ হব ।

ব্যয় সৰহ হোৱা ঘৰ নকৰিব । আয় অধিক হোৱা ঘৰ হে শুভদায়ক বুলি গৃহাৰম্ভত কৈছে ।

## সময় নিৰূপণম্ ।

পাদচ্ছায়া দ্বিগুণীকৃত্য চতুৰ্দ্দশ সমন্বিতঃ ।
পঞ্চগ্ৰহ কৰাৎ ভাগাৎ লব্ধোদণ্ড পলস্থিতিঃ । ( ঘ )

ভৰিৰে ছাঁ জুখি সেই ছায়া-পদৰ সংখ্যা দুগুণ কৰি ১৪ যোগ দি যি হব সেই অঙ্কৰে ২৯২ অঙ্কক হৰণ কৰিলে হৰণফল দণ্ড পলাদি হব । দুপৰৰ আগত হলে ইমান দণ্ড পল উঠিছে আৰু দুপৰৰ বাজ হলে ইমান দণ্ড পল আছে বুলি জানিব ।

## কাক চৰিত্ৰম্ ।

ছায়াপদং স্থিৰীকৃত্য ত্ৰয়োদশ সমন্বিতং
বসুভিশ্চহৰেদ্ভাগং কাকোবদতি নান্যথা ।
লাভং ছেন্তং তথাবিত্তং ভোজনঞ্চসমাগমং
জীবনং মৰণঞ্চৈব কাকোবদতিনান্যথা । ( ঙ )

ভৰিৰে ছাঁ জুখি তাৰ সংখ্যাৰ লগত ১৩ যোগ দি ৮ ৰে হৰণ কৰিব। ১ থাকিলে লাভ, ২ থাকিলে ছেদন, ৩ থাকিলে ধন লাভ, ৪ ভোজন, ৫ সমাগম, ৬ জীৱন, ৭ মৰণ আৰু ০ মিছা বুলি জনা উচিৎ।

## অথ নিত্য-শুভাশুভফলম্।

কোনো এজনে প্ৰশ্ন কৰা মাত্ৰকে নাকত আঙুলী দি সেই সময়ত কোন নাকে উশাহ গৈছে তাক বিচাৰ কৰি লব। তেতিয়া যদি দক্ষিণনাকে উশাহ যায় শুভ আৰু বাওঁনাকে উশাহ গলে অশুভ বুলি (দেশকালপাত্ৰলৈ) উত্তৰ দিব লাগে।

তিথিৰ্বাৰশ্চ নক্ষত্ৰং স্বনক্ষত্ৰসমাযুতং।
অষ্টাভিশ্চ হৰেদ্ভাগং শেষে নিত্যদশা ফলম্। (চ)

প্ৰশ্নকৰ্ত্তাৰ প্ৰশ্নৰ দিনৰ শুক্লাদি তিথি, বাৰ, নক্ষত্ৰ আৰু প্ৰশ্নকৰ্ত্তাৰ স্বীয় নক্ষত্ৰ যোগ কৰি সেই যোগফলক ৮ দি ভাগ কৰিলে যি অঙ্ক বাকী থাকে সেই অঙ্কক গ্ৰহাঙ্ক বুলি ধৰি ফল বিচাৰ কৰিব যেনে—১ থাকিলে সূৰ্য্যাঙ্কফল ধন হানি, সেইদৰে ২, চন্দ্ৰাঙ্ক ফল ধনলাভ, ৩ মঙ্গলাঙ্ক অস্ত্ৰাঘাত, ৪ বুধাঙ্ক সম্পদ লাভ, ৫ শনেৰঙ্ক কুবুদ্ধি, ৬ জীবাঙ্ক, ঐশ্বৰ্য্য লাভ, ৭ ৰাহোৰঙ্ক বন্ধন ভয়, আৰু ৮ শুক্ৰাঙ্ক সুখ বৃদ্ধি ॥

## অথ যাত্ৰা বিচাৰম্। (গৰ্গঃ।)

দিগীশবাৰে গমনংপ্ৰশস্তং ৰিহায় সৌম্যংযদি জীৱনাশাঃ।
নবাৰ দোষোপ্ৰভবন্তিৰাত্ৰৌ বিশেষতোহৰ্কাবনীজঃ শনিনাম্। (ছ)

যি দিকে যি গ্ৰহৰ অধিপতি সেই দিকে যাত্ৰা প্ৰশস্ত বুলি জনা উচিৎ। ৰাতিত কোনো বাৰৰ দোষ নাই।

ৰবি, শুক্ৰ, মঙ্গল, ৰাহু, চন্দ্ৰ, বুধ আৰু বৃহস্পতি পূৰ্ব্বাদিক্ৰমে দিক্‌পতি হয়। বুধ ভিন্ন দিক্‌পতি দিনে যাত্ৰা শুভ, বিপৰীতে যাত্ৰা কৰিলে ভয়ানক বিপদ অথবা মৃত্যু হয়।

**দিক্‌পতি নিৰ্ণয়** ঃ— ৰবি আৰু শুক্ৰবাৰে পশ্চিমে, মঙ্গল আৰু বুধে—উত্তৰে, সোম আৰু শনিয়ে—-পূবে, আৰু বৃহস্পতিবাৰে দক্ষিণে—দিক্‌শূল হয়। ইয়াত যাত্ৰা কৰিলে ইন্দ্ৰ-তুল্য হলেও বিপদগ্ৰস্ত হয়।

যাত্ৰায় বিশেষ বিধি। (ভাগুৰিঃ।)

দিগীশংহৃদয়ংধ্যাত্বা গন্তব্যাশামুপস্থিতঃ
অন্তঃসমীৰণে দেহেপ্ৰবেশে সমুপস্থিতে
শ্বস্তীতি দক্ষিণংপাদমাসনাদ বতাৰয়েৎ
মাঙ্গল্যপুষ্প ৰত্নাদ্যৈ পুজ্যাননভি বাদ্য চ। (জ)

**অথ যৌতকে বৰ্ণাদি দোষ প্ৰতিকাৰম্ ঃ**

হিৰন্ময়ীংদক্ষিণাঞ্চ দদ্যাদ্বৰ্ণাদি কূটকে।
গাবোহন্নং বসনং হেম সৰ্ব্বদোষো পহাৰকম্।
ষড়ষ্টকে গোমিথুনংপ্ৰদেয়ং
কাংশ্যং সৰূপ্যং নবপঞ্চকেচ
দ্বিদ্বাদশাখ্যে কনকান্নতাম্ৰং,
বিপ্ৰাৰ্চ্চনং হেমচ নাড়ী দোষে॥—(ব্যাসঃ।) ১৯৯ ঃ

—সম্পূৰ্ণোহয়ম—



শ্ৰীহৰি।

## এই পুথিৰ বিষয়ে অভিমতৰ নকল :—

শ্ৰীযুত ভীমকান্ত বড়কটকী মহাশয়ে জ্যোতিষৰ সম্পৰ্কে এখনি ভাল পুথি লিখিছে। আজি আমাৰ অসমীয়া সাহিত্যৰ ভিতৰত ভালে বিষৰ জ্যোতিষ সম্পৰ্কীয় পুথি এখনি ও নাই। পূৰ্ব্বে আমাৰ ... ...চৰ্চ্চা আছিল। ... ... অসমীয়া সাহিত্যৰ কালে চালেও জ্যোতিষ শাস্ত্ৰৰ বাহুল্য হোৱা সৰ্ব্বথা বাঞ্চনীয়। এই অৱস্থা কটকী দেৱে লিখা পুথিখন প্ৰকাশ কৰিব পাৰিলে দেশৰ এটি অভাব গুচে। কিন্তু গ্ৰন্থকাৰকৰ বৰ আৰ্থিক অভাৱৰ কাৰণে দেশৰ ধনী সহৃদয় লোক সকলৰ সাহায্য নহলে প্ৰকাশ কৰিব নোৱাৰে। বাইজৰ সহানুভূতি লভি পুথিখন প্ৰকাশ কৰিব পাৰিলে আমালোকে বিশেষ আনন্দ পাম হক। ইতি।

যোৰহাট, ২৮ চত, ১৮৫০ শক। — শ্ৰীশ্ৰীগড়মূৰীয়া সত্ৰাধিকাৰ গোস্বামী।

---

শ্ৰীযুত ভীমকান্ত শৰ্ম্মা বৰকটকী জ্যোতিৰ্ভূষণ মহাশয়ৰ— বৈবাহিক জ্যোতিষ-দৰ্পণ কিতাপখনি তেখেতৰ মূল্যবান বৃহৎ-জ্যোতিষ কিতাপৰ এক খণ্ড। মই আদ্যোপান্ত পঢ়ি বৰ সন্তোষ পালোঁ। অসমীয়াৰ ভিতৰত জ্যোতিষৰ বিষয়ে এই কিতাপ খনিয়েই প্ৰথম ঠাই অধিকাৰ কৰিব। ইয়াৰ সংস্কৃত মূলবিলাক সুন্দৰ সংগ্ৰহ কৰি যি অনুবাদ কৰিছে সি অতিসৰল আৰু সকলোয়েই বুজিব পৰাহৈছে। কিতাপখনি ছপাহৈ ওলালে হিন্দু মাত্ৰেই একোখনি ৰখা উচিত। ইতি—

শ্ৰীঅচ্যুতচন্দ্ৰ দেৱ বিদ্যাৰত্ন, মুকলি মুৱীয়া গোস্বামী।

শ্ৰীযুত ভীমকান্ত বৰকটকী জ্যোতিভূষণ মহোদয়ে লিখা বৃহৎজ্যোতিষ কিতাপখনি অতি লাগতিয়াল কিতাপ হৈছে। এনে জ্যোতিষৰ পুথি ইতিপূৰ্ব্বে অসমীয়া ভাষাত লিখা হোৱা নাই। এই পুথিখনি চাই আমি বৰসন্তোষ পালোঁ। বিশেষ কৈ সেই পুথিৰ ভিতৰৰ প্ৰত্যেক দিনে ব্যৱহাৰ কৰিব পৰা বৈবাহিক জ্যোতিষ দৰ্পণ খণ্ড সৰ্ব্বাঙ্গ সুন্দৰ হৈছে; ইয়াৰ পৰা অসমীয়া ভাষাত জ্যোতিষৰ অভাব দূৰ হ'ব। আৰু লগতে সাহিত্যৰো উন্নতি হব বুলি আশা কৰিব পাৰোহঁক।........ ডাঙ্গৰখন পুথিও যাতে সোনকালে প্ৰকাশ হয় তাৰ বাবে যেন সকলো ৰাইজে যোগ দান কৰে। ইতি।

শ্ৰীকালীচন্দ্ৰ দেৱ
মুকলী মুনীয়া গোস্বামী।

---

শ্ৰীযুত ভীমকান্ত বৰকটকী সংকলিত জ্যোতিষ গ্ৰন্থেৰ পাণ্ডুলিপি আমি পাঠ কৰিয়াছি। গ্ৰন্থকাৰ বিশেষ পৰিশ্ৰম ও অধ্যবসায় সহকাৰে জ্যোতিষশাস্ত্ৰেৰ নানা গ্ৰন্থ হইতে সাৰসংগ্ৰহ কৰিয়া এই সুবৃহৎ গ্ৰন্থখানি সঙ্কলন কৰিয়াছেন। বড়কটকী মহাশয় বহু বৎসৰ হইতে জ্যোতিষশাস্ত্ৰ অধ্যয়ন ও আলোচনা কৰিতেছেন, এবং এই শাস্ত্ৰে তাহাৰ বেশ অভিজ্ঞতাও জন্মিয়াছে। ইনি কিছুকাল আমাৰ সঙ্গেও এই শাস্ত্ৰেৰ বাহুল্য চৰ্চ্চা ও গবেষণা কৰিয়াছেন এবং তাহাৰ জ্যোতিষে পাৰদৰ্শীতা বিষয় আমি নিজে অৱগত আছি। অসমীয়া ভাষায় জ্যোতিষেৰ কোনও গ্ৰন্থ অদ্যাপি প্ৰকাশিত হয় নাই সুতৰাং এই গ্ৰন্থখানি দ্বাৰা আসামেৰ বিশেষ একটা অভাব দূৰীভূত হইবে এই বিষয়ে সন্দেহ নাই। গ্ৰন্থেমূল সংস্কৃত শ্লোক এবং শ্লোকেৰ অনুবাদ ও ব্যাখ্যা সহজ অসমীয়া ভাষায় লিখিত

